পঞ্চাশ বছৰৰ

# অসমীয়া বোলছবি গীতৰ সংকলন

সংকলন / সম্পাদনা

বাবুল দাস




বাণী মন্দিৰ

ডিব্ৰুগড়

Panchash Bosoror Asomiya Bolchobi Geetor Sankalan ( A Collection of Assamese Film Songs Since Fifty Years ) Cempliled Edited by Shri Babul Das and Published by Shri Surjya Hazarika on behalf of M/S. Bani Mandir; New Market, Dibrugarh, Assam. First Edition 1985.

Price Rs. 40·00 only.

প্ৰকাশক : সূৰ্য্য হাজৰিকা
বাণী মন্দিৰ,
ডিব্ৰুগড়

বেটুপাত : ত্ৰৈলোক্য দত্ত

প্ৰকাশ : ১০ মাৰ্চ, ১৯৮৫

মূল্য : ৪০·০০ ( চল্লিশ টকা মাত্ৰ )

মুদ্ৰক : নৱ ছবি প্ৰিণ্টাৰ্ছ : প্ৰিণ্টোৰণ প্ৰেছ :
আৰু কলিতা প্ৰিণ্টাৰ্ছ । গুৱাহাটী

—উৎসৰ্গা—

অসমীয়া বোলছবিৰ জন্মদাতা

**ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ**

পবিত্ৰ স্মৃতিত

**বাবুল দাস**

## একাষাৰ—

'জয়মতী'ৰ পৰা 'শকুন্তলা আৰু শংকৰ জোচেফ আলি' লৈকে এই পঞ্চাশটা বছৰত লুইতৰ পানী বহুতো বৈ গ'ল। লুইতৰ বহমান সোঁতত এটা সুৰ আছে, এটা ছন্দ আছে। অসমীয়া প্ৰথম ছবি খনত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদে গীতৰ এটি নতুন ধাৰা বাইজক দিলে সেই ধাৰা ভাৰতৰ চহৰে নগৰে বিয়পি গ'ল। তাৰ পিচত অসমীয়া বোলছবি বহুতৰেই সৃষ্টি হ'ল। লগে লগে সৃষ্টি হ'ল বোলছবিৰ সঙ্গীত। এনে কিছু গীতৰ এটি সংকলন কৰিছে শ্ৰীবাবুল দাসে। ই বৰ আনন্দৰ কথা। আৰু আনন্দৰ কথা অসমীয়া বোলছবিৰ সুবৰ্ণ জয়ন্তীৰ সময়ত ইয়াৰ প্ৰকাশন, উদ্যোগী প্ৰকাশক শ্ৰীসূৰ্য্য হাজৰিকা ধন্যবাদৰ পাত্ৰ। এই গীতবোৰ যেন চিৰদিনৰ বাবে হেৰায় নেযায়—

ডিব্ৰুগড়
১৭-২-৮৫

ভূপেন হাজৰিকা

# প্ৰকাশকৰ একাষাৰ

'১৯৩৫ চনৰ ১০ মাৰ্চৰ পৰা ১৯৮৫ চনৰ ১০ মাৰ্চ,—অসমীয়া বোলছবি জগতৰ সুদীৰ্ঘ' এই পঞ্চাশ বছৰীয়া কালছোৱাত যি সমূহ বোলছবিয়ে মুক্তি লাভ কৰিলে,—সেই সমূহ বোলছবিৰ গীত সমূহৰ একত্ৰিত গ্ৰন্থ্যা ঃ পঞ্চাশ বছৰৰ অসমীয়া বোলছবি গীতৰ সংকলন ঃ

বোলছবি সমূহৰ ভিন ভিন চৰিত্ৰ তথা ভিন ভিন পৰিবেশৰ লগত খাপ খোৱাকৈ ৰচিত বিভিন্ন গীতিকাৰ সকলৰ সংমিশ্ৰিত এই গীত সমূহে—অসমীয়া গীতি সাহিত্যৰ ঐতিহাসিক মূল্যাঙ্কনৰ দিশত এটি অপূৰ্ণ দিশ পূৰণ কৰাত সহায়ক হব বুলি ভাবিয়েই আমি এই সংকলনটি প্ৰকাশ কৰি উলিয়ালো।

এই সংকলনটি প্ৰকাশ কৰাৰ গুৰিতে পুৰণি প্ৰয়োজনীয় গীতি সাহিত্যক পুনৰোদ্ধাৰ কৰিবলৈ একাগ্ৰভাবে লাগি থকা কেইবাখনো সৰু-বৰ গীতৰ সংকলক, সম্পাদক শ্ৰীবাবুল দাস। প্ৰয়োজন সাপেক্ষে গীতিকাৰ সকলৰ ঘৰে ঘৰে গৈ, বিশেষকৈ পুৰণি বোলছবি সমূহৰ প্ৰযোজক, পৰিচালক, সঙ্গীত পৰিচালক, গায়ক সকলৰ লগত যোগাযোগ কৰি তথা বিভিন্ন পুৰণি বোলছবিৰ পুস্তিকা, আলোচনীৰ পাত লুটিয়াই লুটিয়াই, পুৰণি ৰেকৰ্ড সমূহ পুণৰ পুণৰ বাৰ বজাই, তাকে শুনি লৈ, অনেক কষ্টেৰে শ্ৰীদাসে এই সংকলনটি যুগুত কৰিছে। তাৰোপৰি, সংকলনটি মুদ্ৰনৰ সময়তো আহি কাকত ছোৱাৰ পৰা আদি কৰি 'প্ৰিন্ট অৰ্ডাৰ' দিয়ালৈকে যি সমূহ পালনীয় কাম, সেই সকলোখিনি কাম শ্ৰীদাসে পালন কৰিছে। সেয়ে, এই সংকলনটিয়ে, কিঞ্চিৎমানো যদি সুধি সমাজৰ সহায়ক হয়, তেন্তে, আমি ভাবো, শ্ৰীদাসৰ শ্ৰমে সাৰ্থকতা লভিব। আমিও শ্ৰীদাসৰ প্ৰতি আন্তৰিক শলাগ জ্ঞাপন কৰিছো। কিয়নো, এনে এটি সংকলন প্ৰকাশ

কৰাৰ পৰিকল্পনা তথা সংকলনটিৰ গীত সমূহ সংগ্ৰহ কৰাৰ ওপৰিও প্ৰকাশ কৰাৰ ব্যৱস্থাপনাৰ দায়িত্বও শ্ৰীদাসৰ। গতিকে, এই সংকলনে জনসমাজত সমাদৰ লভিলে, তাৰ কৃতিত্বও শ্ৰীদাসৰ।

১৯৮৫ চনৰ ১০ মাৰ্চত অসমীয়া বোলছবিৰ সোণালী জয়ন্তী উৎসৱ অনুষ্ঠানৰ আগে আগে এই সংকলনটি প্ৰকাশ হৈ ওলালে, আগ্ৰহী পাঠকবৃন্দ উপকৃত হব বুলি ভাবি ততাতৈয়াকৈ এই সংকলনটি প্ৰকাশ কৰাৰ ব্যৱস্থা গ্ৰহণ কৰো। খৰ ধৰ কৰিব লগীয়া হোৱাত ছপাত তথা অন্যান্য দিশত কিছু ভুল ভ্ৰান্তি বৈ যোৱাটো স্বাভাৱিক। সদাশয় পাঠক বৃন্দই উক্ত ভুল ভ্ৰান্তি সমূহ আঙুলিয়াই দিলে সংকলনটি পৰবৰ্ত্তি সংস্কৰণত সংশোধন কৰিব পৰা হব।

সংকলনটিত প্ৰকাশ পোৱা মাননীয় গীতিকাৰ সকলৰ গীত সমূহ প্ৰকাশ কৰিবলৈ পোৱাত আমি গৌৰান্বিত হৈছো, আৰু এই সুযোগতে গীত সমূহৰ গীতিকাৰ, বোলছবি সমূহৰ প্ৰযোজক, পৰিচালক, সঙ্গীত পৰিচালক আৰু শিল্পী বৃন্দক আমাৰ আন্তৰিক কৃতজ্ঞতা প্ৰকাশ কৰিছো।

ধন্যবাদ

বাণী মন্দিৰ, ডিব্ৰুগড়

১০ মাৰ্চ, ১৯৮৫

বিনীত—

সূৰ্য্য হাজৰিকা

## মোৰ এষাৰ

লুইতৰে পানী যাবি অ' বৈ
লুইতৰে পানী যাবি অ' বৈ
সন্ধিয়া লুইতৰ পানী সোণোৱালী
চহৰে নগৰে যাবি অ' বৈ
জয়াৰে কীৰিত্তি দেশে বিদেশে
সাগৰে নগৰে ফুৰিবি কৈ।

লুইতৰ পানী বৈ আছে। যিমান দিনলৈ অসমীয়া বোলছবি জীয়াই থাকিব তিমান দিনলৈ জয়াৰ কীৰিত্তি লুইতে কঢ়িয়াই যাব। লগে লগে কঢ়িয়াই যাব জ্যোতি ককাইদেউৰ মনৰ কথা, অসমীয়া নাৰীৰ ত্যাগৰ কথা, প্ৰথম অসমীয়া বোলছবিৰ বুকুৰ আশা।

পঞ্চাশটি বসন্তৰ পৰশনেৰে মহিয়ান আজি অসমীয়া বোলছবি শিল্প। এই পঞ্চাশ বছৰত সৃষ্টি হ'ল বহু গীতৰ, বহু সুৰৰ। কিন্তু! ভাষাৰ বেদীৰ মুকুতা সদৃশ বহুবোৰ গীত আজি আশ্ৰয় নেপাই যাযাবৰী ৰূপ লৈ কালৰ বুকুত হেৰাই গ'ল। কিছু বৈ গ'ল পঙ্গু হৈ!

মন চুই যোৱা সুৰে আমনি কৰে। সুৰৰ সাগৰত কল্পনাৰ ডিঙা মেলি গীতৰ কথাংশ বিচাৰি গৈ মনে উচুপি উঠে। ক্ষোভত! নোপোৱাৰ বেদনাত কৈ যে পাই হেৰোৱা বেদনা অসহ্যকৰ।

ড: বাণীকান্ত কাকতি দেৱে লিখিছিল—

"মানুহৰ মস্তিস্কৰ ক্ৰিয়া নিয়ন্ত্ৰণ কৌশল শিকাতকৈ মানুহৰ মগজুৱে গঢ়া খোৱা চাঙত পৰি থকা পুৰণি পুথি পাজি উদ্ধাৰি ভাষা সাহিত্যক মহিয়ান ৰূপত বাইজৰ আগত দাঙি ধৰিব লাগিব"

সৃষ্টিত মাদকতা থাকে জন্মৰ আৰু সংকলন সংৰক্ষণত মাদকতা থাকে উদ্ধাৰৰ। আজি সংকলনৰ সৈতে জড়িত হৈ এই কথা বাৰু কৈয়ে অনুভৱ কৰিছো।

গীত বিলাক ক'ৰ পৰা কেনেকৈ সংগ্ৰহ কৰিছো প্ৰকাশক

হাজৰিকাই তাক লিখিছে। বহু চেষ্টা কৰিও "সতী বেউলা," "নতুন পৃথিবী," "বঙা পুলিচ," "পুবেৰুণ," আৰু "ব্লেকমাণি" কথা ছবিৰ গীত কেইটি আৰু দুই এখন কথাছবিৰ সম্পূৰ্ণ গীত দিব পৰা নগ'ল। আনপিনে পুৰণি ৰেকৰ্ড বজাই লিখিব লগীয়া দুটিমান গীতৰ দুই এটিৰ কথা শংত নিজৰেই আখোজা লাগি থাকিল। আগলৈ সেইবোৰৰ শুদ্ধৰূপ, আৰু পূৰ্ণাঙ্গ ৰূপ পালে ৰাইজৰ হাতত তুলি দিম।

গীত কেইটি সংগ্ৰহৰ ক্ষেত্ৰত মোক সহায় কৰিছে—সৰ্বশ্ৰী খগেন মহন্ত, ৰমেন বৰুৱা, মুকুল বৰুৱা, পুৰুষোত্তম দাস, তফজ্জুল আলি, ৰমেন চৌধুৰী, জীতেন বৰুৱা, মণিৰা হাজৰিকা, দীলিপ শৰ্মা, দ্বীপেন বৰুৱা, অৰ্চনা মহন্ত, যুথিকা চৌধুৰী, নমিতা ভট্টাচাৰ্য্য (গোস্বামী) শুনদা দাস, সমৰ হাজৰিকা, ৰত্ন ওজা, জ্ঞানেন চৌধুৰী, গৌৰী বৰ্মন অমৰ পাঠক, আনোৱাৰ হুচেইন, পুলক গগৈ, ফণী তালুকদাৰ পদুম বৰুৱা, মাণিক দত্ত, চামচুল হুদা, হৃদয়ানন্দ আগৰৱালা, সুভাষ চৌধুৰী, ডি, এন. ফিল্মচ্, ডাগা ফিল্মচ্, দেবেন শৰ্মা, ইশ্বৰ শৰ্মা জীৱন শৰ্মা, ইন্দিৰা তালুকদাৰ, ৰুণ দাস, প্ৰফুল্ল কুমাৰ দত্ত আৰু পবিত্ৰ ডেকাই

আগকথা লিখিছে ডঃ ভূপেন হাজৰিকাই,

বেটুপাত আঁকিছে ত্ৰৈলোক্য দত্তই, ছপাই উলিয়াইছে নৰস্বতী, প্ৰিন্টেৰ্চ, মণিকুট আৰু কলিতা প্ৰিন্টাৰ্ছে। ফটো ব্লক সমূহ দি সহায় কৰিছে কমলা প্ৰকাশে

প্ৰকাশ কৰিছে বাণী মন্দিৰৰ হৈ সূৰ্য্য হাজৰিকাই

প্ৰত্যেক গৰাকী ক'লা প্ৰেমীৰ ওচৰত মই চিৰকৃতজ্ঞ,

শেষত আপোনালোকৰ শুভাশীষ কামনাৰে

১০-৩-৮৫

অতুল হাজৰিকা।

# সূচীপত্ৰ—

উপৰঞ্চি—

১*২* ছবি দুখনৰ গীত কেইটা পলমকৈ পোৱা বাবে পিচত দিয়া হৈছে ৩* ছবিখন মূল হিন্দী ছবি "তকদীৰ"ৰ অসমীয়া ৰূপান্তৰ হে।

সম্পাদক

## অসমীয়া কথাছবিৰ গীতৰ
## সৈতে জড়িত কেইগৰাকী মান—



জ্যোতি প্ৰসাদ



পাৰ্বতী প্ৰসাদ বৰুৱা



বিষ্ণুৰাভা



ভূপেন হাজৰিকা



কেশৱ মহন্ত



নিমল প্ৰভা বৰদলৈ



তফজ্জুল আলি



পুৰুষোত্তম দাস



● মুকুল বৰুৱা

# জয়মতী

পৰিচালনা—জ্যোতি প্ৰসাদ আগৰৱালা  কথা ি সংগীত—জ্যোতি প্ৰসাদ

শিল্পী—দিলীপ কুমাৰ শৰ্মা
আৱতি শৰ্মা

লুইতৰে পানী যাবি অ' বৈ
লুইতৰে পানী যাবি অ' বৈ,
সন্ধিয়া লুইতৰ পানী সোণোৱালী
চহৰে নগৰে যাবি অ' বৈ
জয়াৰে কীৰিতি দেশে বিদেশে
সাগৰে নগৰে ফুৰিবি কৈ ।

মাটিৰে দেহাটি এৰি জয়মতী
জ্যোতিৰে দেহাটি লৈ,
যাউতি যুগীয়া কীৰিতি ৰাখিলা
চানেকি জগতলৈ ।

এটুপি দুটুপি তেজে তিনিটুপি
দেশৰ হকে জয়াই গ'লে বিলাই
অসমৰ জীয়ৰী অসমৰ বোৱাৰী
এটুপি চকুলো যোৱা পেলাই
এটুপি চকুলো, এটুপি চকুলো
এটুপি চকুলো ॥

—০—

শিল্পী—মিনতি শর্মা কথা—লক্ষ্মীনাথ বেজবৰুৱা

ল'ৰা বুঢ়া কাক কয়
ডালিমী নুবুজে তাক,
পৰ্বতে হাঁহে নৈয়ে নাচে
উৰিছে পখিলাৰে জাক।

পুৰণি আকাশ ফুলাম তৰাবে
ল'ৰাতকৈও ল'ৰা,
পুৰণি পৃথিবী ফুটুকি ফুলেৰে
তাতোকৈও যে চৰা।
অনেক কলীয়া নাহৰ জোপাই
পেলাই কোমল কলি,
কৌটি কলীয়া মেঘৰ লগত
বিজুলী থাকে উমলি ॥

—০—

শিল্পী—মিনতি শৰ্মা কথা—লক্ষ্মীনাথ বেজবৰুৱা

পৰ্বতৰ ঢেকীয়া লিহিৰিপতীয়া
বতাহতে হালে জালে
অ' মোৰ পখিলী অ'
ক'লা আকাশতে বগে জাকে পাতি
উৰা মাৰে অ' মোৰ পখিলী অ'।
পখিলী উৰিলে উৰিব ডালিমী
লগৰে লগৰী পাই—মোৰে পখিলী অ'।
মনৰে সখিয়তী উৰা মাৰি যাব
কলৈনো উৰাদিহ নাই মোৰে পখিলী অ'
অ' মোৰ পখিলী—অ' মোৰ পখিলী অ' ॥

—০—

শিল্পী—আৰতি শৰ্মা কথা—জ্যোতি প্ৰসাদ

আগবাৰীত ফুলিলে সোণে মোৰ চম্পা
সেউতী মালতী সোণে মোৰ চম্পা
গোন্ধৰ গুটিমালী ৰঙাকৈ ৰেব্ৰতী
আমোল মোলে ঐ সোণে মোব চম্পা।
সোণৰে পখিলা ৰূপৰে পখিলা
ফুলনি জিলিকি উৰে সোণে মোৰ চম্পা।
ক'ৰে বনৰীয়া ফুটুকা ধুনীয়া
চৰায়ে বিনালে অময়া সুৰেবে সোণে মোৰ চম্পা

—০—

শিল্পী—আৰতি শৰ্মা কথা—জ্যোতি প্ৰসাদ

সোণৰে পালেঙত অ' মনেতৰা
ধুনীয়া কোৱৰৰ ঘুমটি নাহিলে
ৰুপাহৰে তলিচা পৰা মনেতৰা ॥

চাতোনৰ দলিচা পাৰি দিম শুবলৈ অ' মনেতৰা
বগলীৰ পাখীৰে গাৰু দিম শুবলৈ অ' মনেতৰা
ওপৰে তৰি দিম ম'ৰাৰে পাখীৰে
চান্দোৱা তৰাফুল বছা মনেতৰা ॥

পদুমৰ পাহিৰে গুঠি দিম বিচনী
বা দিম সুৰভি ভৰা মনেতৰা
কাষতে লিগিৰী বহিনো নামে গাম
কোনোবা বিতোপন দেশৰ সাধু কম
নিশাটো কাষতে বহি মনেতৰা
টোপনি টোপনি অ' মনেতৰা
আহিব টোপনি অ' মনেতৰা ॥

—০—

জয়ানাম

শিল্পী—দেৱবালা চলিহা, ৰেখা চলিহা (ক) কথা—ভৰত বৰপুজাৰী
মীনাক্ষী চলিহা, মণিমালা বৰুৱা

(ক) জোন যেন কুঁৱৰী—অ' জোন তৰা
লখিমী গোৱাৰী অ' জোন তৰা
ঘৰতে আছিলা হাঁহি অ' জোন তৰা
স্বৰ্গদেউৰ সভালৈ ওলালা জয়া ।

দোলাৰে তুলীয়া অ' জোন তৰা
স্বৰ্গদেউৰ পৰীয়া অ' জোন তৰা
কিনো ঐ বতৰা আনা
ঘৰৰে বোৱাৰী চ'ৰালৈ নিয়া ॥

—o—

(খ) কথা—জ্যোতি প্ৰসাদ

(খ) জয়ানাম লখিমী ক'ৰেনো পাওঁ
আজি শুদা হ'লে আমাৰে গাওঁ ॥

—o—

শিল্পী—মিনতি শৰ্মা (ক) কথা—লক্ষ্মীনাথ বেজবৰুৱা

(ক) খোপাতে পিন্ধিম মই বিজুলীৰে ফুলে
কাণত পদুমৰে কেৰু,
গলতে আঁৰিম মই ফুলৰ সাতেসৰী
হাতত মৃণালৰে খাৰু ।।

(খ) কথা—জ্যোতি প্ৰসাদ

(খ) ফুলৰে মৌ খাম মৌ মিঠা লাক
জিৰ-জিৰ জুৰ-জুৰ
নিজৰাৰ পানীৰে উমলি
ফেনেৰে খেমালি কৰোঁ ।।

—o—

শিল্পী—দিলীপ শৰ্মা, আৰতি শৰ্মা

মোৰে ভাৰতৰে মোৰে সপোনৰে
চিৰ সুন্দৰ সংস্কৃতি
সেউজীয়া বনতে সেউজীয়া মনতে
বিকশি প্ৰকাশি উঠা
নবজন জীৱনৰে অভিনৱ জ্যোতি।
আজি শিল্পী মনৰ প্ৰণতি
আজি শিল্পী প্ৰাণৰ ভকতি
জয়-অজেয় আলোকময় বিশ্বৰূপী
অনন্ত বিজয়ী
জন গণ মন মুকুতি
প্ৰণতি প্ৰণতি ॥

—o—

শিল্পী— দিলীপ শৰ্মা, নিৰ্মল মজুমদাৰ, সুধাংশু সেনগুপ্ত, আৰতি শৰ্মা, মিনতি শৰ্মা

কথা— চন্দ্ৰ কুমাৰ আগৰৱালা

অসমা সুষমা নিৰুপমা কামৰূপা কামদা
জয়তু জননী ধৰিত্ৰী দুহিতা।

হিমাচলো তুঙ্গ উদীচি দিশা
জিমূতভৃত সলিলা
লৌহিত্যমধ্য প্ৰবাহশীলা কামৰূপা কামদা।

প্ৰাগইব জ্যোতিৰাণনা
গৌৰবদীপ্ত নয়না অনন্তবস্ত্ৰ প্ৰভৱা
স্বৰ্ণশস্য মালিকা কামৰূপা কামদা ॥

—o—

# ইন্দ্ৰমালতি

পৰিচালনা—জ্যোতি প্ৰসাদ আগৰৱালা

শিল্পী—ভূপেন হাজৰিকা

কথা + সংগীত·
জ্যোতিপ্ৰসাদ

বিশ্ববিজয়ী নৱ জোৱান
বিশ্ববিজয়ী নৱ জোৱান
শক্তিশালী ভাৰতৰ
ওলাই আহা ওলাই আহা
সন্তান তুমি বিপ্লৱৰ।

সন্মুখ সমৰ সন্মুখতে
মুক্তি যুজাৰু হুছিয়াৰ
মৃত্যু বিজয় কৰিব লাগিব
স্বাধীনতাৰ খুলি দুৱাৰ।

অগ্নিবৃষ্টি আহিব লাগিছে
গৰজিছে বজ্ৰপাত
শিলাবৃষ্টি ভূমিকম্প
হ'ব সহস্ৰ উল্কাপাত।

পৰাধীন জীৱন ভস্ম কৰি
মুক্তি যুজতে কৰা ইবাৰ
উদ্ধাৰিবা ভাৰত জননী
চূৰ্ণিত কৰি কাৰাগাৰ॥

—o—

মোৰে মন বনতে তই
কি বাঁহী বজালি অ' অ' সুন্দৰ
সুন্দৰ সখা মোৰ চিৰ সুন্দৰ।

নিশা চন্দ্ৰাৱলী নিশা চন্দ্ৰাৱলী
তাতে তৰাৰ দীপিকাৱলী পাতি দিলি
নিশা আন্ধাৰ তই হাঁহিৰে উজ্জ্বলালি
আনি দিলি পুৱতিৰ অৰুণাৱলী
সুৰৰে কোঠালী মোৰ
ৰ'দালিৰে কৰি সোনোৱালী
অন্তৰ ভৰি মোৰ বিকশিত শত শত
শুকুলা শেৱালী
পাহিৰে কোলাতে তুলি
তোৰ মৰম নিয়ৰৰে মুকুতাৱলী।

—o—

ৰূপৰে পানীতে সোণৰে পানচৈ
মেলিছে মেলিছে মেলিদে ঐ
পখিলাৰ পাখীৰে পাল উৰুৱাই
ফুলৰে পাতৰে ছৈ।
সেই নীল আকাশৰ শেষ সীমনাত
বাজে অসীমৰে বাঁহী
তাৰ চিৰনিদ্ৰাৰ আন্ধাৰ ভেদি
জাগে অৰুণৰে হাঁহি
তালৈ তালৈ মেলি দে ঐ
মেলিছে মেলিছে মেলিছে ঐ।

—o—

# মনোমতী

পৰিচালনা—ৰোহিনী বৰুৱা

সংগীত—প্ৰশান্ত বৰুৱা

শিল্পী—প্ৰশান্ত বৰুৱা

কোন দেশৰ সেই ৰাজকুৱৰী
সপোন আজি গ'লে বিলাই ॥

মনৰ দাপোনতে লাৱনী—মুখনি
চাত মাৰি থৈ গ'লযে পলাই,
শুনা শুনা কয় কোনোবাই গানে গানে
মিলন ৰাগিনী আহে প্ৰাণ বিনে
সপোন আজি গ'লে মিলাই।

—o—

গান মোৰ কাঢ়ি লৈ
হিয়াখনি ভাঙি থৈ
যায় গুচি দূৰলৈ কোন,
চেঙেলীয়া লুইতৰ
ৰূপোৱালী পানী
তাতে তোৰ লাৱনী হাত।

যাওঁ নাওঁ বাই কাকেনো ধীয়াই
জোনায়েযে পুৱাই যায়
যাওঁ যাবি লগৰী কথা হ'লে কবি
চা অ—চা চা চকুমেলি তোৰ
দুচকু বোৱাই কান্দিছে বিনাই
ই ঘাটে গৰাকী তোৰ।

—o—

# ৰূপহী

সংগীত, পৰিচালনা—পাৰ্বতী প্ৰসাদ বৰুৱা
শিল্পী—চাৰু বৰদলৈ, তৰুণ হাজৰিকা, দুৰ্গা ফুকন,
পূৰ্ণ কোঁৱৰ আৰু পাৰ্বতী প্ৰসাদ বৰুৱা

তোৰ নাইযে বন্ধোৱা বাট
তোৰ পদে পদে আছে কতনো উজুতি
কত ঘাত প্ৰতিঘাট ।

সৌ উচ্চ টিঙত বহি আছে তোৰ
ৰুদ্ৰ যি মহাদেৱ
তই কৰিব লাগিব সেৱ ।
এই গিৰি পৰ্বত লঙ্ঘন কৰি
উঠিব লাগিব শিৰ ;
হেৰ' নিৰ্ভীক তই বীৰ
তই ভাঙিব লাগিব পৰ্বত শিলা
কাটিব লাগিব বাট ।

তই জিনিব লাগিব ভয় ;
তই আনিব লাগিব জয়,
তই ভাঙিব লাগিব সকলো বান্ধোন
চিঙিব লাগিব জাল ;
এই মিছাৰ মোহিনী জাল ।

তই চলাব লাগিব সাৰথি বিহীন
জীৱনৰ মহাৰথ
তোৰ কণ্টকময় পথ ।
নাই তোৰ হৈ কাৰো উৎসাহ-বাণী
সহানুভূতিৰ মাত ॥

—০—

নোবোলোঁ তোক সোণৰ অসম
মাটিৰ অসম আই ;
সোণতকৈয়ো যে চৰা এই মাটি
এয়ে মোৰ ওপজা ঠাই ।

অতীতত তোৰ কি ধন আছিলে
কেলেই লাগিছে মোক ?
এতিয়াযে তই নিচেই নিচলা
দুবেলা মুগুছে ভোক ।

দুখীয়া হ'লেও নিচলা হলেও
আই মোৰ মৰমৰ,
আইতকৈনো বাৰু আছেনে আপোন
আছেনে কোনোবা বৰ ॥

—০—

জোনাক জোনাক শীতল জোনাক
চাই মোৰ চকুলো সৰে,
অন্তৰ মোৰ উগুল থুগুল
উদাস আকুল কৰে ।

মনত পৰেহি কোনোবা পুৰণি
জোনাকী বিৰহ বেথা
মাধৈ-মালতী লতাৰ আঁৰৰ
গোপন মিলন কথা ।

মনৰ মাজত সুখ সোঁৱৰণী
অতীত মধুৰ জাগে ।
বাহিৰত শুদা ৰূপালী জোনাক
উকণ্ডা উকণ্ডা লাগে ॥

—০—

অকলশৰীয়া বাটৰুৱা
বাটে বাটে তই বীণ বাই বাই যা।

যদিহে পিছত অগনি জ্বলিছে
সংসাৰ তোৰ ছাই কৰি নিছে
মিছাতে উভতি কি হব ভাবিলে
সন্মুখ মাথোন চা।

লগ নাই তোৰ কোনে পতিয়াব দুখ
সঙ্গ নাই তোৰ কোনেনো দেখিব মুখ
মেঘ ববষিলে বাটৰ মাজত
থমকি নৰবি গছৰ আঁৰত
খুপি খুপি তই পিছল বাটত
বাট বুলি বুলি যা॥

---o---

হাতত হেৰোৱা ধন
বাটত হেৰা পায়,
বাট পাহৰা বাটৰুৱা
ঘৰ বিচাৰি যায়॥

কল্পনা নৈৰ নৰা সুঁতিত
আহিল আজি ঢল
ভৰ জীৱনৰ ভৰা সুঁতিৰ
পাৰ উপচি গ'ল॥

ভুল যদি তোৰ ভাগিল
আৰো নকৰিবি ভুল,
জীৱন সোঁতত আহিল ভাহি
প্ৰেমৰ সৰা ফুল।

---o---

## বদন বৰফুকন

পৰিচালনা—কমল চৌধুৰী
সংগীত—কমল চৌধুৰী

শিল্পী—প্ৰেম শইকীয়া
কথা—পুৰুষোত্তম দাস

তুমি আহিবা
তুমি আহিবা
মন ফুলনিৰ ফুলাম বাটেৰে
বাঁহীটি বজাই আহিবা।

কাষতে দেখিবা পদুম পুখুৰীৰ
পদুমৰে পাহি লৰে,
ফুলে ফুলে পৰি ৰচকি পখিলী
জাকি মাৰি মাৰি উৰে
ভাত মলয়া ভহা ফুলৰ সুৰভি
ওঁঠতে বোলাই আনিবা।

গধূলী আকাশৰ ৰঙা আভা পৰি
সাগৰ বুকুতে কৰে জিলিমিলি
সৰগী জেউতি চৰে,
মৰম তুলিৰে মোৰ মন পটতে
সেই ৰূপছবি আঁকিবা
মৰম মাধুৰী হিয়াৰো হিয়াৰ
গোপনে গোপনে আনিবা।

—০—

শিল্পী—প্ৰেম শইকীয়া আৰু অন্যান্য　　　কথা—আনন্দিৰাম দাস

ৰূপত ৰঙে চৰা
খোজত মাণিক সৰা
　　পৰ্বতৰ কুৰুৱী অ'—
　　আমি ৰূপ কোৱৰী।

আমাৰ লগতে গাইছে উমলি
　　বনৰে কুৰুৱী অ'
　　আমি ৰূপকোৱৰী

আমাৰ হিয়াৰ ৰূপালী ঢৌ
মুখৰ অমিয়া মাধুৰী মৌ
সাগৰে বলিয়া পাবলৈ এবেলি
　　লবলৈ সাবটি ঐ।

হাতৰে শুৱনি মৃণালৰে খাড়ু
কাণত ফুলকলি পদুমৰে কেৰু
আচলতে আহি পখিলাৰে জাক
পৰে উৰি উৰি অ'।

চাপৰিৰ বুকুৰে হৰিণী জাক
কোনেনো ধৰিব পাৰে ঐ তাক
চাই চাই নেলাগে কৰিব বৰ্ণীয়া
　　ৰূপহী কুৰুৱী অ'
　　　　আমি ৰূপকোৱৰী॥

—০—

# চিৰাজ

পৰিচালনা—বিষ্ণু ৰাভা
ফণী শৰ্মা

সংগীত—বিষ্ণু ৰাভা
সহকাৰী—ভূপেন হাজৰিকা,
শিৱ ভট্টাচাৰ্য্য

সুৰ : কথা : শিল্পী— ভূপেন হাজৰিকা

অগ্নিযুগৰ ফিৰিঙতি মই
নতুন অসম গঢ়িম
সৰ্ব্বহাৰাৰ সৰ্ব্বস্ব
পুনৰ ফিৰাই আনিম
নতুন অসম গঢ়িম।
নৰকঙ্কালৰ অস্ত্ৰ সাজি
শোষণকাৰীক বধিম
সৰ্ব্বহাৰাৰ সৰ্ব্বস্ব
পুনৰ ফিৰাই আনিম।
ধৰ্ম্মব্যৱসায়ীৰ ঠাই নাই তাত
জাতিৰ অহঙ্কাৰ লয় পাব তাত,
অস্পৃশ্যতাৰ মহাদানৱক
আপোন হাতেৰে নাশিম
নতুন অসম গঢ়িম॥
হৰিজন পাহাড়ী হিন্দু-মুছলিমৰ
বড়ো কোচ, চুটিয়া কছাৰী আহোমৰ
অন্তৰ ভেদি মৌ বোৱাম
ভেদাভেদৰ প্ৰাচীৰ ভাঙি
সাম্যৰ সৰগ ৰচিম॥

—o—

কথা+শিল্পী—ভূপেন হাজৰিকা

হায় হায় হায়
কঁপি উঠে কিয় তাজমহল ?
পুৰতি নিশাৰ অজানাৰ সতে আজান
যমুনাত তুলি শত ধুমুহাৰ কোলাহল
তাজমহল, তাজমহল !
ই যে চাহজাহানৰ হিয়াৰ আজান
অ' মমতাজ জান !
অকলশৰীয়া হায় কান্দে তোৰ চাহজাহান !
মমতাজে কয় উচুপি উচুপি
মমতাজে কয় সমাধিত বহি
প্রেমিক প্রিয় চাহজাহান দুখ হল অবসান
আশাৰ ফলিল ফল গঢ়িলা তাজমহল।

—o—

সুৰ+কথা+শিল্পী—শিৱ ভট্টাচাৰ্য্য

আক নবজাবি বীণ বাটকৰা
নবজাবি তোৰ বীণ
নাই তোৰ এতিয়া সপোন সুৰীয়া
তাহানিৰ সোণালী দিন।
জীৱনৰ হাটতে কৰিলি বেহানী
হেকৱালি তোৰ মূল
বীণখনি বাই কি হব বিনালে
ই যে তোৰ জীৱনৰ ভূল
বকুল তলৰ সমাধি চাই
নবজাবি বাটকৰা বীণ॥

—o—

কথা+সুৰ+শিল্পী—শিৱ ভট্টাচার্য্য

বাবু ঘৰেৰ চাকুৰী অলকাৰে নকৰী
হাড় ভেঙ্গে কৰি কামজাৰী।

আম লাগে থোপা থুপি
তেঁতুল লাগে বেঁকা লো
আসাম দেশে এসে মোৰা
পায় লো বহু টাকা লো ॥

কাঁচা সোণৰ ডালে ডালে
চায়েৰ কচি পাতা লো
কাল যে ছুটি হাটেৰ দিন লো
কিনবো খোপাৰ কাঁটা লো।

শিশিৰে কি ফোটে ফুল বিনা বৰিষণে
চিঠিতে কি ভুলে মন বিনা দৰিশনে।

নাইকো মনে সৰম কি তোৰ
সুখেৰ স্বপন দেখিস্
ছিঃ ছিঃ ছিঃ লাজে মৰি
কেন ৰে চুড়ি না দিস্।

—o—

সহশিল্পী—নিৰুপমা

কোন বনৰে কুমলী বিৰিণা
বতাহতে হালে জালে
ৰ'দত চিকেমিকে কৰে ঐ বিৰিণা
নই চিকেমিকে তৰা জিকিমিকি
কৰে চুমা চুমি ডালে পাতে পৰি ॥

—o—

## পাৰঘাট

পৰিচালক—প্ৰবীণ ফুকন সংগীত—গন্ধৰ্ব

শিল্পী—কমল চৌধুৰী, মলয়া দাস কথা—পুৰুষোত্তম দাস

পুৱাৰে মলয়া মন জুৰণীয়া
হিয়া পৰি যায় শাঁত
সোণালী সূৰুযে ভুমুকি মাৰিলে
জিলিকে পৃথিৱী ঘাট।

ঘৰাৰে লখিমী জীয়াৰী বোৱাৰী
গাতে মেজাঙ্কৰী পাট
চকুৰে চাৱনী মৰমৰে মিহলি
মুখত মৌ সানা মাত।

মুকলিমূৰীয়া তেজাল ডেকা লৰা
লাচিতৰ শকতি গাত,
পথাৰৰ লখিমী সোণালী ধাননি
সৰগৰে শোভা তাত॥

থৰমৰ কৰমৰ আমাৰে নামঘৰ
নাম উঠে জাত জাত
"শংকৰ গুৰুহে ভৈলা অৱতাৰ
ইবাৰ কৰিয়ো গুৰু জগত উদ্ধাৰ"
উতলা সুৰৰে চিনাকি পেপাটি
মালিকি মধুৰী মাত॥

—০—

শিল্পী—দিলীপ শৰ্ম্মা কথা—পুৰুষোত্তম দাস

সন্মুখত দেখি কলীয়া এন্ধাৰ
ভয় নাই তোৰ ভয় নাই
হেৰ' বাটৰুৱা কি হব ভাবিলে
পিচলৈ উভতি চাই
ভয় নাই তোৰ ভয় নাই ॥

মায়া মৰীচিকা সকলো নেওচি
ছলিত জনৰ চকুপানী মচি
বাটেৰেই যুগ যুগ ধৰি
ক'ত বাটৰুৱা যায় ॥

সিপাৰত বাজে মুকুতিৰ শিঙা
ইপাৰ খলক লাগে
ত্যাগ অগণিৰ জ্বলা চিতা দেখি
সুপ্ত জনতা জাগে
হেৰ' শান্তি কামী মানৱ পূজাৰী
ধূলিৰ ধৰাত সৰগ বিচাৰি
থমকি নৰবি পাৰঘাট পাই
সাধনাৰ তোৰ ক্ষয় নাই ॥

—০—

শিল্পী—সুদক্ষিনা শৰ্মা

কোন দূৰে দূৰে যায়
ৰূপ জগতৰ ৰঙীন দিনৰ
বাতৰি বিলাই।
অ' বনৰে চৰাই কিনো গীত গায়
কাৰে সহাৰি পাই ॥

ফুলৰে কুৰৱী ৰূপকে সুৰবি
মাৰিলে মিচিকি হাঁহি
সুৰ বলীয়া কলীয়া ভোমোৰা
মৰম যাচিলে আহি
হিয়াৰ মাজত পুলক জগাই
ৰূপকে চাই চাই ॥

বুকুত সুৰভি পৰিল উপচি
ৰূপৰ বিজুলী উঠিল উজ্বলি
কোন মায়াবী মধুৰ সুৰেৰে
আঁৰে আঁৰে বাঁহী বায়
সুৰৰ কঁপনি পৰাণ জোকাৰি
চেনেহতে লুকুৱাই ॥

—:—

শিল্পী—জ্ঞানদা কাকতি কথা—পূণ্য প্ৰসাদ দুৱৰা

তুমি জানো বুজা প্ৰিয়
মোৰ হৃদয়ৰ শত বেদনাই
মাধুৰী বোলাই শত কামনাই
গীত গাওঁ মই কিয় ।

মোৰ ই গীতৰ সুৰৰ মায়াই
হিয়াত যদি পুলক জোগাই
সেয়ে হব মোৰ চিৰ জীৱনৰ
সাপোন স্মৰণীয় ॥

মোৰ এই গীতৰ প্ৰাণৰ ভাষা
আপোন হিয়াৰ আশা নিৰাশা
সকলো সপি দিছো তোমাকে
তুমি মোৰ বন্দনীয় ॥

—০—

কথা– আনন্দিৰাম দাস

জেতুকা বোলেৰে বোলাম হাত লাৱণী
কেঁকুৰে জিলিকাম কাণ,
ককালত টঙালি মাৰি লৈ লগৰী
কাটিম পথাৰৰে ধান ; সোণোৱালী
কাটিম পথাৰেৰে ধান ॥

ৰাতিতে উলিয়াম চেলেং ছুকঠীয়া
ফুলে বচা বিছুৱান,
ৰণৰে বেলিকা যামে আগেবাঢ়ি
দেশৰে ৰাখিমে মান ; যুগমীয়া
দেশৰে ৰাখিমে মান ॥

বুকুৰে অমিয়া বিলাম মোহনীয়া
সাদৰৰে সন্নিধান
খোজতে ফুলামে ফুলে সৰগৰে
উলাহত নাচিব প্ৰাণ, সমনীয়া
উলাহত নাচিব প্ৰাণ ॥

—০—

শিল্পী—সুদক্ষিণা শৰ্মা

শেৱালী পাহিটিৰ বুকুৰে কথাটি
কবলৈ ভাষাটি নাই নাই
মোৰোযে ভাবটি বুজাব নোৱাৰো
মনতে মৰহি যায়,
যায় কেচাসোণ
মনতে মৰহি যায় ॥

পথাৰৰ সিপাৰে পেঁপাৰ মাত শুনিলো
মন মোৰ বলীয়া হয়
শালিকৈ ধানৰে সৰুকৈ আলি দে
ভৰি মোৰ পিচলে খায়
খায় কেচাসোণ
ভৰি মোৰ পিচলে খায় ।।

এধানি নিজৰাই তৰাণ্ড মেলিছে
বৰনৈৰ বুকুলৈ বাগৰি যায়
বহলকৈ বৰনৈ সাগৰে মাতিছে
এধানি নিজৰাক মাতোতা নাই
নাই কেচাসোণ
নিজৰাক মাতোতা নাই ।।

বৰগছ মেৰিয়াই লত্‌পাত বগালে
আলফুল পৰশন পায়
তোকে মই আবৰি ৰাখিম মোৰ কেচাসোণ
কালৈকো নকৰো ভয়
ভয় কেচাসোণ
কালৈকো নকৰো ভয় ।।

তাহাণি শুনিছো কথা মোৰ চেনাই ঐ
সময়ো উকলি যায়,
বিঙিয়াই বিঙিয়াই ভাগৰি পৰিলো
তেওঁতো সহাৰি নাই
মোৰ কেচাসোণ
তেওঁতো সহাৰি নাই ।।

—০—

শিল্পী—ভূপেন হাজৰিকা

কথা—ভূপেন হাজৰিকা

কাৰ আকাশৰ ৰামধেনু খনি
ক'তে বা লুকাই ॥
কাৰ সপোনৰ ফুলনি খনি
মৰহি শুকাই ॥

জীৱনৰে লুইতত নাওঁ মেলি দে
আশাৰে তুলি লৈ পাল
একোকে নেপালে পায়ো হেৰুৱালে
নিচিগে মায়াৰে জাল
হায় ! হায় !! হায় !!!

উৰি গুচি গ'ল লুইতপৰীয়া
চাকৈ চকোৱা হাল
অকলশৰীয়া নিশাটি জনাই
ৰলো কত বাট চাই
নিশা এন্ধাৰত পজাতে চিঞৰী
উষাটি বলীয়া হ'ল
গুলাই জোনৰ হাঁহিটি দেখি
উষাকো পাহৰি গ'ল ।

মানৱী জলধীত পুৱাতে উঠিলে
জনমৰে কোলাহ'ল
নিমাতী গধূলী আহিলে কুৱলী
মৰণৰে মহাকাল ।

—০—

শিল্পী—ভূপেন হাজৰিকা, পুৰুষোত্তম দাস        কথা—ভূপেন হাজৰিকা

কৰ্ম্মই আমাৰ ধৰ্ম্ম
কৰ্ম্ম'ই আমাৰ ধৰ্ম্ম
আমি জীৱন যুঁজত জিকিব লাগিব
পিন্ধি সাহসৰ বৰ্ম্ম ।।

স্বাৰ্থপৰৰ লোলুপ আশা
আমি কৰিম খৰ্ব
মহা মানৱৰ বাণী শিৰে লৈ
নাশিম যুঁজৰ গৰ্ব ।

সুফলা মাটিৰ সৃষ্টিৰ সুৰ
গাৱঁৰ দেশৰ গৰ্ব
পিৰিত জনক আকোৱালী লৈ
গাঁৱতে পাতিম স্বৰ্গ ।

দ্বাপৰত কলে শ্ৰীকৃষ্ণই
নেপালাৱা নিজ কৰ্ম্ম
কুৰিশতিকাৰ বাপুজীয়ে কয়
কৰ্ম্ম'ই সাৰ মৰ্ম্ম ।।

আমি নতুন যুগৰ নতুন মানৱ
আনিম নতুন স্বৰ্গ
অৱহেলিত জনতাৰ বাবে
ধৰাত পাতিম স্বৰ্গ ।।

—o—

# বিপ্লৱী

পৰিচালনা—অমিত সেন    সংগীত—শিৱ ভট্টাচাৰ্য্য
কথা—ভূপেন হাজৰিকা আৰু অন্যান্য

অ' আমি তেজাল গাঁৱলীয়া
গাঁৱৰে ৰাখিমে মান
নাঙল যুঁৱলীৰে পৃথিৱী সজাও
ৰদ'তে তিৰে বিৰাই জান।

লহপহীয়া মুগা বৰণীয়া
মলয়াত হালিছে ধান।
গাঁৱৰে ৰাখিমে মান।

অ' আমি গাভৰু ধুনীয়া
ছেগ চাই কাটিমে ধান
গাঁৱৰ গৰখীয়াই পেঁপাটি বজাই
সুৰতে হৰি গ'ল প্ৰাণ
ছেগ চাই কাটিমে ধান।

অ' বতৰ ডাৱৰীয়া
লুইতত আহিছে বান
কাষত কলচি লৈ অমৃত আনিছোঁ
শিৰতে বান্ধিছোঁ বান
গাঁৱৰে ৰাখিমে মান।

—o—

শিল্পী—ভূপেন হাজৰিকা আৰু অন্যান্য কথা—ভূপেন হাজৰিকা

অ' ভাৰতীৰে অ' পৃথিৱীৰে
স্বাধীনচিন্তীয়া দল
ভাৰতী স্বাধীনা হ'ল।

ঘিটমিট এন্ধাৰ কঙ্কাল সাৰ
অতীতৰ অন্ত হ'ল
অতীত নাশি নৱ জেউতিয়ে
জিলমিলাই জলমল।

অগ্ৰদূত সবে যাম আগুৱাই
তৰঙ্গ সম কৰি কল কল
পৃথিৱীৰ প্ৰগতিৰ হকে আমি
পান কৰি দুখ হলাহল।

সাম্যৰ মন্থন পাতিব লাগিব
চূৰ্ণ কৰি শোষণ অনল
মুমূৰ্ষ জনতাই নৱ চেতনাত
তোলক আনন্দৰ কোলাহল।

ভাৰতীৰ দৃষ্টি ভাৰতীৰ কৃষ্টি
সকলো মহীয়ান হ'ল
মহামানৱৰ মহা বাণীয়েই
যাচে নিতে মহাবল।

জিক্‌মিক্ হাতীপটি বিপ্লৱী বাটটি
সমুখত পৰি ৰ'ল
কৰা অভিযান মহা অভিযান
জ্যোতিৰ স্ফূৰ্তি অবিৰল।

—০—

শিল্পী—শিৱ ভট্টাচাৰ্য্য কথা—মলিন বৰা

ধূলিৰ ধৰাত আপোন পাহৰি
খেলিছো কেৱল ধূলিৰ খেলা
জীৱন নদীৰ সোঁতত এৰিলি
বাসনাৰে ভৰা ৰঙীন খেলা।

জীৱন মৰণ একে কথা
মায়াত মাথো উপজে বেথা
কোনো কাৰো আপোন নহয়
ধৰাত চোন এষা
সকলো মৰিব আহিলে বেলা
বাসনাৰে ভৰা ৰঙীন খেলা ॥

ভুল নকৰিবি ভুল বাটে গই
ছলনাৰ মায়া হৰিণী খেদি
জয় যাত্ৰা কৰি আগবাঢ়ি ব'ল
বিচাৰি প্ৰেমৰ মোহন বেলি
বাসনাৰে ভৰা ৰঙীন খেলা

—০—

# কণুমী

পৰিচালক—সুৰেশ গোস্বামী সংগীত—দৰ্প নাথ শৰ্মা

শিল্পী—শেৱালী দেৱী কথা—শ্ৰী শ্ৰী শংকৰদেৱৰ

তেজৰে কমলাপতি পৰভাতে নিন্দ
তেৰি চান্দ মুখ পেখো উঠৰে গোবিন্দ ॥

ৰজনী বিদূৰ দিশ ধৱলী বৰণ
তিমিৰ ফেৰিয়া বাজ ৰবিৰ কিৰণ ॥

শতপত্ৰ বিকশিত ভ্ৰমৰ উৰায়
ব্ৰজবধূ দধি মথে তুৱা গুণ গাই ॥

দাম সুদামে ডাকে তেৰি লৈয়া নাম
তেৰ দেখ উঠিয়া আসিল বলোৰাম ।

নন্দ গেল বাথানে গোৱাল গেল পাল
সুৰভী চৰিতে লাগে উঠৰে গোপাল ॥

ক্ষাৰ লৱণু লৈয়ো শিঙ্গা বেত বেণু
সকালে মেলিয়ো বৎস হাম্বালাৱে ধেনু ॥

কহয় মাধৱ মই কিনো তপসাইলা
ত্ৰিজগত পতি হৰি বাখোৱাল পাইলা ॥

—০—

শিল্পী—ইভা বৰুৱা কথা—দৰ্প নাথ শৰ্মা

সেইদিনা নিৰলাৰ মধু জোন্নাত
কাষত দৰদী চাকি
ওমৰৰ মৰমী প্ৰিয়া
মৃদু মৃদু পাপিয়াৰ মধুৰ তানে
ৰচি দিলে সপোন মায়া ॥

দিয়া বাকী প্ৰিয়া মোক
চোৰাহী ভৰাই
আজি সেই ৰূপালী ৰাতি
পৰাণ জুৰাই
তোমাৰ মদিৰা ভৰা
গীতেৰে বুৰাই
জীৱনৰ মধু অমিয়া ।
কাষত দৰদী..........॥

সৌযে ফুলিছে চোৱা হেজাৰ গোলাপ
বিৰহীত বুকুৰ কত ৰক্ত লিখা
হৈ ধীৰে ধীৰে হাসনা-হানাই
আঙুৰ বনতো আছে বিৰহ গঁঠা
জীৱন শলিতা প্ৰিয়া আহিলে নুমাই
মধুৰ হাঁহিৰে জানো ৰাখিবা ভুলাই
দিবা ঢালি সমাধিতে পিয়লা ভৰাই
অ' মোৰ দৰদী প্ৰিয়া ॥

—০—

শিল্পী—ইভা বৰুৱা কথা—নব বৰুৱা

ফাগুনৰে পচুৱাই
আচলতে উৰুৱাই
ৰঙালী ঐ বিহুৰেনো
বাতৰি বিলাই যায়
অ' মোৰ মন পিচলি যায়।
তোৰেনো ঐ ভাবনায় হিয়াকে নচুৱাই
কোন অচিনা দেশলৈ
চিনাকি তোৰ লবলৈ
মোৰ মনৰ পখিলাই
নাচি নাচি ঘূৰি ঘূৰি
সাজি কাচি উৰি যায়
তোকেনো বিচাৰি হায়।।

প্ৰেম ৰঙা তোৰ কবিতাৰ সপোনে আবৰে
মৌ সনা তোৰ সুৰৰে নিজৰা বাগৰে
বোলে সেন্দুৰীয়া ঐ জেতুকা পতীয়া
মোৰ মন সেন্দুৰীয়া জেতুকা পতীয়া
মোৰ মন উভতি যায়।
হেকৰা কোন দিনৰে সুৰেযে ৰিঙিয়াই
মোৰ মন পিচলি যায়
মোৰ গানৰে পুৰবীত
মোৰ ফুলনিৰ সুৰভিত
তোৰেনো ঐ ভাবনাত ঢৌ খেলি খেলি যায়।।

—০—

শিল্পী—ইভা বৰুৱা, শেৱালী দেৱী কথা—দৰ্প নাথ শৰ্মা

তুমি মোৰ জীৱনৰ মন বিতানত
এদালি বকুল মানস বনত।

মৰম পৰশা গানে
প্ৰীতি আৰু অভিমানে
সুৰৰ অমিয়া ধাৰা
দিয়া ঢালি মোৰ পৰাণত ॥

অৰুণ ৰাগেৰে বিকশিত জ্বলি
ৰঙীন অনুপ ৰাশি দিবাহি ঢালি
গাঠি দিবা মধুবাণী কণ্ঠ সুধা
সেইটি নিশাৰ শেষ প্ৰহৰৰ ॥

তোমাৰ কাৰণে ৰচা মোৰ কবিতা
তুমিতো নুবুজিলা হায়
সুৰৰ মাধুৰী সানি ৰচিলো সপোন
তোমাৰে জয় গীতি গাই
নাই নীৰ হিয়া ভৰা পুলক প্ৰাণৰ
মন মোৰ নয়নৰ কবিতা গানৰ
কি যে সকৰুণ হায়
এই বিশাল বিৰহৰে গঠা জগতৰ ॥

—o—

## নিমিলা অঙ্ক

পৰিচালনা—লক্ষ্যধৰ চৌধুৰী　　　　কথা + সংগীত—পুৰুষোত্তম দাস

শিল্পী—বীৰেন দত্ত, উষা বৰদলৈ

লুইতৰ পাৰৰে শুৱনী
কহুৱা ফুলৰে ফুলনি
পখিলাৰে উৰে জাক,
লুইতৰ চেনেহে লুইতপৰীয়াকে
সাহসৰ দেখুৱাই বাট ॥

ওপৰত জিলিকে পাহাৰে নীলাচল
তলৰে লুইতত মাছ
পশ্চিমত জিলিকে লাচিতৰ শৰাইঘাট
বিড়িয়াই মাতে যেন কাক ॥

সাউদৰ ডিঙৰা বগা পালে তৰা
উজনি নামনি কৰে,
দেশ বিদেশৰে নানান বাইজেৰে
ছুয়ো পাৰ উপচি পৰে ॥

ইপাৰে সিপাৰে বগাকৈ বালিতে
খায় নাৱৰীয়াই ভাত
আমাৰে লুইতখন অতিকে বিতোপন
পাৰতে বনিজৰ হাট ॥

—০—

শিল্পী—বীৰেণ দত্ত

সেউজীয়া গছে বনে আমাৰ গাৱঁখনি
বিলৰ বুকুত জাকৈ মাৰে গাভৰু ছোৱালী ॥

আমাৰ গাৱঁৰ ডেকা ল'ৰা পথাৰ মূৱা ধন
মাটি কালি চপাই আনে সাত সাউদৰ ধন ॥

গোহালীত গৰু ভৰা বাৰীত তামোল পাণ
বতাহতে হালে জালে খেতিৰ পকা ধান।

চালত পৰি পাৰ চৰাই কুৰুলীয়াই মাতে
ৰ'দত বহি বুঢ়া বুঢ়ী মনৰ কথা পাতে।

আমাৰ গাৱঁৰ বিৰিখতে নানান চৰাই মাতে
পথাৰত গৰখীয়াই কাৰে কথা ভাবে।

জোন জ্বলে বেলি জ্বলে তৰা শাৰি শাৰি
বুকুৰ আপোন গাওঁখনি মাটিৰে জীয়ৰী।

—o—

শিল্পী—দিলীপ শৰ্মা

যাৰ জীৱনৰ জেউতি হেৰাল
তাৰ কথা নাভাবিবা,
(সিয়ে) বিগত দিনৰ কৰুণ কাহিনী
মনৰো মনত পাবা।।
ফুলনি শুৱনী ফুল চাই চাই দখিণ মলয়া যায়
পালেবা নাপালে ফুলৰ সুৰভি সমূলি ভাবনা নাই
(যদি) আকুল আবেগ হিয়া খনি ভাগে
তাকেই সুৱৰী চাবা।।

বনৰ পখীয়ে বনতে সজায় কত নীড় মৰমৰ
ধুমুহা বুকুত নিমিষে হেৰায় বাজে সুৰ বিৰহৰ
সঙ্গী বিহীন নিশাৰ পখীৰ কৰুণ কণ্ঠৰ তান
ব্যথিত প্ৰাণত বৰষা নমোৱা কবিৰ কাম্য গান
(তাত) কামনা বাসনা মিহলি দিনৰ
কাহিনী বিচাৰি পাবা।।

## পিয়লি ফুকন

পৰিচালনা—ফণী শৰ্ম্মা  কথা+সঙ্গীত—ভূপেন হাজৰিকা

শিল্পী—গুনদা দাস

গাঁৱৰে জীয়ৰী সপোন সুন্দৰী
গাঁৱতে সৰগ ৰচোঁ মই
মাটিতে সৰগ ৰচোঁ মোক
দেৱতাই ৰ লাগি চায়।

ধুনীয়া মন মোৰ কুমলীয়া
বাহু দুটি মোৰ লহপহীয়া
কাকনো সাবটিব খুজি
অলিয়া বলিয়া হয়।

দেহাৰ বৰণ মোৰ চম্পা ফুলীয়া
চুলিৰ বৰণ মোৰ এন্ধাৰ ক'লীয়া
খোজত মলয়া বয়।

গাঁৱৰে ধাননিৰে মৰেই দাৱনী
মুগাৰে ৰিহাখনৰ মৰেই বোৱনী
মোক দেশেই সাৱটি লয়,

মুকলি মুৰীয়া চেনেহ নিজৰাই
লুইতকে ধিয়াই বাগৰি বাগৰি যায়
আশাৰও যে শেষ আজি নাই।
জিৰ জিৰ জিৰ জিৰ নাচোন নাচে
ৰমক জমককৈ সাজোন কাচে
মোক সাগৰে সাৱটি লয়



শিল্পী—ভূপেন হাজৰিকা

অহো হো মহ' অ' দেশৰ হকে মৰোঁ অ'
কিঞ্চিতো নাই ভয় নাই
ওলালোঁ মুক্তি পথ যাত্ৰী।

ৰংঘৰ ৰংঘৰ তেজীৰঙা ৰংঘৰ
আজি কিয় ৰং তোৰ নাই
ডাঙৰীয়া সকবৰে আৰু যত অনুচৰে
কিয় আজি শোকতে বিনায়।
নাকান্দিবি অ' দেশ মাতৃ!
শান দিয়া হেংদান যত মহা অস্ত্ৰী
মন্ত্ৰণা দিয়া আজি যত মহা মন্ত্ৰী
আশীষ দিয়া আই মাতৃ॥



পিয়লী, পিয়লী! ক'তনো লুকালি
মুকুতি যুঁজৰ সেনাপতি ?
পৰ্বতৰ শিখৰতে ভৈয়ামৰ নামনিতে
দেশৰ ল'ৰা বুঢ়াই উচুপিছে দিনে ৰাতি
আমাৰ পিয়লী বোপাটিৰ নাভাঙিলে কাল ঘুমটি
মৰণে ল'লে সাৰটি
দেশৰ আকাশতে জুইৰে আঁকিলে
স্বাধীনতা হাতীপটি।
পিয়লীক সুঁৱৰি দিখৌ নৈ থমকে
চকুপানী টুকি টুকি
মুকুতিৰে শিখা বাইজে জ্বলাব
পিয়লীৰ থাপনা পাতি।



শিল্পী – ভূপেন হাজৰিকা, গুণদা দাস

দুখৰো উপৰি দুখ মোৰ বাইজ ঐ
লুইতত উটিলে জাঁজী
আমাৰে দেশখন হ'ল মৰিশালী
পানী নাই পথাৰত আজি
কিনো দিন পৰিলে আজি।

ৰহদৈ খাকুৰে ভোগাইয়ে চিঞৰে
পেপাঁটি নাবাজে আজি
শিয়ৰে দৌলতে ডবা নাইকিয়া
ডবা কাহ মুঠে বাজি।

বৰঘৰ মজিয়াত সাপে বাহ ল'লে
বননী উঠিলে গজি
কাৰেনো ঘৰৰে বুকুতে উঠিছে
দুখৰে সুৰটি বাজি।

কোম্পানী আহিলে চ'ৰা ঘৰ মুখলৈ
এখন্তেক বহো দেই বুলি,
চৰাঘৰ পাৰ হৈ বৰ ঘৰ সোমালে
শেলেৰে বুকুতে হানি।

ৰংঘৰ সমুখত ৰহইস্ নাইকিয়া
ৰংবোৰ উৰিলে কেনি মোৰ দেউতা
তলাতল ঘৰতে
এক্কাৰে ধৰিলে চানি মোৰ দেউতা।

—●—

শিল্পী— ভূপেন হাজৰিকা, গুনদা দ.স

উজাই বুৰে দিলে শিহু কি ঘৰিয়াল
ভটীয়াই ব ুৰিলে মাছে
অসমীয়াৰ মুখতে হাঁহি নাইকিয়া
মাথোঁ চকুপানী মচে।

তাঁতীৰে কাপোৰে জগতখন জুৰিলে
তথাপি তাঁতীৰ গা উদি
ডা ডাঙৰীয়াই দেশকে ঠগিলে
কৰিনো কতনা বুধি।
চাব দিয়া গাখীৰত মোলান পৰিলে
সোন্দাকল মৰহি চম্পাকল মৰহি গ'ল।
খেনোৱে সোণৰে সিংহাসন সাজিছে
খেনোৱে ভোকতে খেনোৱে শোকতে ৰ'ল।
ঐৰাৱত গোসাঁইকে মতলীয়া কৰি

খেদিলা ৰাইজৰ কাসে
ৰলিয়া হাতীকো বলাব পাৰিব
ৰাইজ একগোট হ লে।

ডা ডাঙৰীয়াক কাবৌকৈ মাতিছোঁ
ৰাইজৰ বিলৈখন চোৱা
ৰাইজৰ বলতে তুমি বৰ্ত্তি আছা
কেলেই পাহৰি যোৱা।
লুইতক ভেটা দি কিমানদিন ৰাখিবা
ভেটাকো চেৰায়ে ব'ব
কোনোবা কাহানিব কলীয়া এলাহু
ধুমুহাই সাৰটি থ'ব।



# সৰাপাত

পৰিচালনা-- আনোৱাৰ হুচেইন সংগীত-- মুকুল বৰুৱা

শিল্পী-- বীৰেন দত্ত, লক্ষহীৰা দাস কথা-- মুকুল বৰুৱা
জ্যোতিময় কাকতি, গুনদা দাস

পুৰ্বাচল বাসিনী সোণৰে অসম ভূমি
ৰূপে মনোহৰা প্ৰকৃতিৰে লীলা ভূমি।

পাহাৰৰে শাৰী শাৰী চৌদিশে ঘেৰি হে
সো মাজেৰে লুইত ভটীয়াই নানা দেশ জুৰি
প্ৰকৃতিৰে লীলা ভূমি।

লুইতৰে পাৰ সোণ গঙ্গা সোণালী ধাননী
মোৰ অসমী—
ঘৰে ঘৰে জেউতি চৰিল ভৰালত লখিমী
সোণৰ চেককুৰাৰে সোণালী বোল সানি
সবে আজি মহিয়ান॥

ঘৰে ঘৰে সৌ ঢেকীৰ শবদে দিয়ে
আগতীয়া বিহুৰে জান
তাঁতৰে শালে শালে অতীজৰ বোল সানি
শালে শালে বিহুৱান
অ' চাই যা চেনেহী মোৰ গাওঁ
সুখে দুখে লগৰীয়া আমি অসমীয়া
নন্দন বদন ভাৰতীৰে
গুৱনী অসমী চাই যা॥



থা—শিল্পী—লক্ষহীৰা দাস

আলোকৰে পাৰাবাৰে মাতিছে দূৰৈত মোক
এৰি দিয়া প্ৰিয়া মই যাওঁ মই যাওঁ
অকণি ঘৰৰ এই বন্ধ বায়ুত মই
আত্মাৰ তৃপিতি নাপাওঁ ॥

অবাধ পৃথিবী অবাধ আকাশ
অবাধ প্ৰাণৰ মোৰ পাতিম আবাস
ক্লান্তি বিহীন এই যাত্ৰাৰ পথ
উলাহেৰে মই আগুৱাও ॥

দৃষ্টি পাৰৰ দিগ বলয়ত মোৰ
ৰিণি ৰিণি দেখা পাও দূৰ সুদূৰৰ
মহা আলোকৰ অকণি পোহৰ
আজি তাৰে আবাহনি গাওঁ ॥



অনুৰাগে বঞ্চিত মন
পৰাণত সেউজীয়া বন
মুকলিত মধুবন তৰু শাখা উচাতন
পখী কুল সপোন মগন ॥

ক'ত সপোনৰ জলধি পাৰি দিলো মধু যামিনীত
কৰিলো নীৰবে যত পণ।

জীৱনৰ হৃদয় প্ৰীতি বিহগৰ মধুৰ গীতি
ক'ত নিশা সপোম মগন।

আজি সপোনৰ পুৰতিত
কাৰ ভাবনাৰ মন হৰষিত
আজি মই মিলন মগন ॥

কথা—মুকুল বৰুৱা

সোণৰে পুতুলি বাচা শোঁৱা— বাচা মোৰ
নিদাৰুণ বিধাতাই হেৰা কপালত লিখিলে
এনুৱা বিলাইবে কথা।

জীৱনৰে জেউতি অকালতে নিলে
নিৰ্দ্দয় কালে কাঢ়ি
বাউলী বেশেৰে বুকু ভাঙি ভাঙি
কান্দি হলো হেৰ' দিশহাৰা॥

মোৰে সোণ ডাঙৰ হব ধনে মানে উজ্বলিব
দুখুনিৰ দুখ পাতলিব
হাঁহিতি মুখতে লৈ
মোৰ সোণে বুকুকে জুৰাব॥

অনাথিনীৰ নাথ প্ৰভু তোমাকে সপিলো
মোৰ সোণ একেটি আশা
অ' বাচা মোৰ তোকে সাৱটি
বিচাৰি ফুৰিছো পোহৰ দিশা॥

—৮—

তোমাৰ সুৰে সুৰে গাই যাও
দুয়ো ৰচা যত গীত
মোৰ বেদনাৰ সুৰৰ বুকুত
যুগে যুগে তুমি ৰবা।

মৰমে বাওলী শত গীতিকাৰ সুৰে সুৰে
অ' ৰঙীন দিনৰ
প্ৰীতি সংপোনৰ আঁৰে আঁৰে
নিজকে বিচাৰি পাবা॥

যত দিন মোৰ বিৰহ বেদনাত ৰব
মোৰ গীতিকাই তোমাক আৱৰি থব
(চোৱা) বিশ্বৰ প্ৰতি সুৰে সুৰে সৌ
মিলন জড়িত আজি।

মোৰ গানে গানে তুমি আছা মাথো
সেয়ে সুৰ উঠে জাগি
তুমি কেতিয়াবা ভাগৰি পৰিলে
মোক সুৰে সুৰে পাবা।



শিল্পী—বীৰেন দত্ত কথা—মুকুল বৰুৱা

ঘোৰ অমানিশা কিয়নো ওলালি
অ' বলিয়া—
হেৰুৱা সপোন বিচাৰি বলীয়া
তন্দ্ৰা ভাঙিলি তোৰ আজি হায়।
কণ্টকে ভৰা পথৰ জড়তা
পাহৰি আকুল হলি
প্ৰলয় নাচোনে প্ৰকৃতি বলীয়া॥

সকলো নেওচা দিলি
সৰে মাথো চকুলো
তন্দ্ৰা ভাঙিল তোৰ॥

মৰম সনা তোৰ পৃথিবীৰ
এন্ধাৰে আৱৰে হায়
জেউতিৰে ভৰা তোৰ আকাশত
আজি আৰু কোনো নাই, নাই
মনৰ ভাবনা কঁপি কপি উঠে
ভাবনা হৰনে পুৰ॥



# স্মৃতিৰ পৰশ

পৰিচালনা—নিপ বৰুৱা
শিল্পী—ৰমেন বৰুৱা

সংগীত—ব্ৰজেন বৰুৱা
কথা—কেশব মহন্ত

আহা আহা
কুন কুন কনমান আহা
কুন কন পোনাকন আহা
শুনিছানে ভন্টি মানুহৰ মনটি
আহা অৰুণাভ
আমি সূৰুযৰ দেশলৈ
পোহৰ বিচাৰি যাওঁ ॥
আমি যাও দলে দলে হে হে
আমি প্ৰগতিৰে ক'লিম মৰতৰ পাৰিজাত
আমি মৰতত সৰগৰ কাৰেং সাজিম বুলি
পোহৰ বিচাৰি যাও।
সৌ পোহৰ দূৰণিত
সেই কিহৰ জিলিঙনি
ৰেলিধ ৰেঙনি নে
আমাৰ কোমলীয়া মন দূৰণীয়া
তাৰে বোল সানি লম যে
বোল আছেনে
ন সূৰুযৰ ৰঙ কাঢ়িলৈ
আমাৰে মন বোলাই লৈ
আমি পোহৰৰ জয়গান গাওঁ ॥



শিল্পী--- ৰমেন বৰুৱা      কথা কেশৱ মহন্ত

আই আমাৰ কপালতে
ৰঙা সেন্দুৰেৰে
তিলক আঁকি দিয়া
ভাৱৰ কালি ৰং মেলালৈ যাওঁ।

সৌ চোৱা ৰঙা বেলি
ৰং আছে পাখি মেলি
জিলিঙনি জিলিমিলি
মন আমাৰ খেলি মেলি
হেঁপাহ গুচাই ৰঙৰ মেলা চাওঁ।

আমাৰ চকুত জ্বলে চোৱা
হেঙুলীয়া ৰাতি পুৱা
আই অ' আই সেন্দুৰীয়া
ফোঁট এটি আঁকি দিয়া
মন ঢালি ৰঙৰ গান গাওঁ।



অজান বেথাৰ লাগি শিহৰণ
ঘনে ঘনে কঁপে হিয়া
কোনে জানো হায় শৰশ বিলায়
মৰম আলফুলিয়া।

ম্লান সন্ধিয়া দিগবলয়তে
ক্লান্ত দিনৰ সোৱৰণী উটে
ভ্ৰান্ত অতীতে ভাঙি দিয়ে হায়
সঞ্চিত হমুনিয়াহ॥

স্মৃতিৰ পৰশে আনে কাজল ৰেখা
এবি অহা কাৰ কেনে সজল আশা
উন্মনা মন হৰিলে-
বিদায় পৰশনে কুমলীয়া



হৈ ছলক পড়ী চাঁদনী
ইক বহক ৰহী ৰাগিনী
হারা ওমে ছাই মস্তী
তু ছুপ ছুপকে আজা ॥

আকাশমে চাঁদ সিতাৰোনে
দেখ মানাই দীৱালী
হায় অব তক ইস দিলকী
ৰমনী নহী জলী।
আ দীপক লেকে হাথ মে
আ ঝলক লেকে সাথ মে
জৱানী কী হায় য়হ অৰ্জী ॥

আগৰকী লহৰে মচল ৰহী
বেচৈন ইস দিলমে
ক্যা অবতক ওজ ন উঠী
তেৰী উস মেহ্ফিলমে
হায় চাহট মেৰী অব জৱাঁ
পৰ আহট তেৰী হ্যায় কহাঁ
য়ূহী জায়ে ন য়হ মৌসম ॥

# এৰা বাটৰ সুৰ

পৰিচালনা—কথা+সংগীত—ভূপেন হাজৰিকা

শিল্পী-লতা মঙ্গেশকৰ

জোনাকৰে ৰাতি অসমীৰে মাটি
জিলিকি জিলিকি পৰে
মলয়াৰে ছাটি দুহাতে সাৱটি
ধুনীয়া মালতী সৰে ॥

এইখন দেশ মোৰ তেনেই আপোন
নিতে নিতে আনে নতুন সপোন
আমাৰ গাঁৱৰে সক জুৰিটিত
তৰাই খেমালি কৰে
আশাৰ চাকি জ্বলে দুখীয়াৰ ঘৰে ঘৰে
তাকে দেখি এন্ধাৰবোৰে
আমাৰ গাওঁ এৰে ।

আমাৰে দেশৰ বোৱতী সুঁতিক
বাধা দিব কোনে পাৰে ।
আগলতি কলাপাত লৰে চৰে
মনৰ পাখিটি মোৰ উৰে উৰে
কোন চিফুঙৰ সুৰে সুৰে ।



শিল্পী—ভূপেন হাজৰিকা

সাগৰ সঙ্গমত কতনা সাঁতুৰিলো
তথাপিতো হোৱা নাই ক্লান্ত
তথাপি মনৰ মোৰ প্ৰশান্ত সাগৰৰ
উৰ্ম্মিমালা অশান্ত ॥

মনৰ প্ৰশান্ত সাগৰৰ বক্ষত
জোৱাৰৰ নাই আজি অন্ত
অজস্ৰ লহৰে নৱ নৱ গতিৰে
আনি দিয়ে আশা অফুৰন্ত ।

প্ৰশান্ত পাৰৰে মহা মহা জীৱনৰ
শান্তি আজি আক্ৰান্ত
নৱ নৱ সৃষ্টিৰে দৈত্য দানৱে কৰে
নিষ্ঠুৰাঘাত অবিশ্ৰান্ত
সেয়েহে মনৰ মোৰ ... ... ... ॥

ধ্বংসৰ আঘাতক দিছে আজি সংঘাত
সৃষ্টিৰ সেনানী অনন্ত
সংঘাতে আনে মোৰ প্ৰশান্ত সাগৰত
প্ৰগতিৰ নতুন দিগন্ত
সেয়েহে মনৰ মোৰ ... ... ... ॥

গভীৰ প্ৰশান্ত সাগৰৰ শক্তিয়ে
ধ্বংসক কৰে দিগভ্ৰান্ত
অগনন মানৱৰ শান্তিৰ সমদল
সৃষ্টিকামী জীৱন্ত
সেয়েহে মনৰ মোৰ ... ... ... ॥



শিল্পী—সন্ধ্যা মুখাৰ্জী, ভূপেন হাজৰিকা

জনকপুৰৰ জানকীয়ে মিচিক মাচাক হাঁহে
ৰতনপুৰৰ বুধু আজি তাইৰ পিনে আহে ।

বুধুৰ গলত ৰঙা কমাল
বাহুত তামৰ তাবিজ
ক'লা চুলিত কত যে ভাজ
দেহত ৰঙীণ কামিজ
কাজল সনা চকু দুটাই হাঁহে ।

জানকীৰে লাহী কঁকাল ৰতাহতে হালে
হৰিণী যেন চকু দুটি মিচিক মাচাক হাঁহে
সাত সাগৰৰ ঢৌত যেন ভাঁহে ।

কাণত লৰে চৰে কৰে দুটি ৰূপৰ ঝুমকা
খোজে পতি কিবা বাজে থুনুক থুনুক থুনুকা
কিহৰ ভৰত খোঁপাটি তাইৰ খহে ।

কোমল ৰঙা ওঁঠ দুটি যেন চাহৰ কুঁহিপাত
ঝুমুৰৰ সুৰ যেন ৰহাগী কুলিৰে মাত
শুনি বুধুৰ কলিজাটি দহে ।

চাহ গছৰ মাজে মাজে দুৰণিলৈ যোৱা বাট
তাৰে মূৰত শণিবাৰে বহে এখন ধুনীয়া হাট
তাৰে পৰা বুধু আজি আহে
কিবা আনে কি-বা নানে জানকীয়ে নেজানে
চকুত মাথোঁ সপোনটি ভাঁহে ॥

—●—

শিল্পী—ভূপেন হাজৰিকা, হেমন্ত মুখাৰ্জী

অ' জীৱন ডিঙা বাই থাকা বান্ধ হে
গুম্ গুম্ গুম্ মেঘে গৰজিলে
হুম্ হুম্ হুম্ ধুমুহা আহিলে।

গভীৰ পানীত কুম্ভীৰ আছে আছে বন্ধু আছে
কুম্ভীৰৰো মৰণ আছে ,, ,, ,,
বাহুত তোমাৰ বল আছে
হেজাৰ হাতীৰ সাহ আছে
ভয় সঙ্কোচ এৰা বান্ধ হে !

কলিজা কঁপোৱা সৌৱা চাকনৈয়া তাতে কিনো হ'ল
মাজ পানীত নাও ভাগে চৌৱা ,, ,, ,,
এ ব'ঠা দেখোঁ ভাগে হে হাত ক'লৈ গ'ল ?
পাল দেখোঁ চিৰে হে বুকু ক'লৈ গ'ল ?
কান্দোন এৰি হাঁহি থাকা বান্ধ হে ॥



শিল্পী—ভূপেন, লতা, হেমন্ত।

ব'দ পুৱাবৰ কাৰণে মাতিবানো কাক ?
ভলাই দেখোন আহিছে বহদৈৰে জাক
লগে লগে ল'বি আহিল সেউতীইঁতৰ মাক
পাহাৰ বগাই নামি আহিল ডালিমীৰে জাক।
গুৱনিকৈ অসমীৰ একতাৰে সূতাবোৰে
মহৰাতে ল'লেহি পাক।
অ' আইতা আইতা অ'
এনেই আইতা নাচনী তাতে নাতিনীৰে বিয়া
অসম আকাশ পোহৰ হ'ব উকলিটি দিয়া।

এই তেজীমলা কোন ? সোৱণশিৰীৰ সোণ
সোণচেকুৰা মাটিতে সিঁচি
দোকমোকালিতে চোতাল মচি
আজি হেনো দেখিছে গাঁৱৰে কঠীয়াতলী
পোহৰ শিশুৰ কোমল হাঁহি
নতুন দিনৰ ধুনীয়া সপোন
চেৰেকীতকৈ চৰিছে যে আইতাৰহে পাক ।

আজিৰ মূলা গাভৰুৱে দপ দপাই ওলালে
হেংদানে মাকো দেখি ক'ৰবাতে লুকালে
মূলাই আজি সমাজ শালত
চেনেহ চেলেং লগালে
সজাবলৈ পিন্ধিবলৈ কাক ?
মকৰাৰ পুৰণি জালবোৰৰ এলান্ধু
সাৰি পুচি নিবলৈ আহে বতাহ এছাটি
তাতে উৰে হেজাৰ কপৌৰ জাক
পৃথিৱীৰ আকাশৰে শুকুলাকৈ ডাৱৰে
উলাহেৰে সাৱটিছে তাক !

অসমীৰ চোতালত ৰ'দ কাচলিত বহি বহি
ৰ তোলাই ৰ তোলে বাটি কঢ়াই কাঢ়ে
আমাৰ দেশৰ চেলেংখনিৰ নতুন ৰহণ বাঢ়ে
সজাবলৈ হেজাৰ জনতাক ।

আনন্দতে পুৱাই উৰিল
হেজাৰ হেজাৰ কপৌৰ জাক
ধিয়াই মাথোঁ বগা বোৰৰ জীৱন যচা তাপ ।।



# মাক আৰু মৰম

পৰিচালনা—নিপ বৰুৱা সংগীত—ব্ৰজেন বৰুৱা

শিল্পী—ৰমেন বৰুৱা, হিৰণ্ময়ী বৰা কথা—কেশৱ মহন্ত

জুৰিটি বাগৰি থমকি ভাগৰি
জিৰ জিৰ পুলক জগায়।
মৰমী পাপড়ি তোমাক আৱৰি
আলফুল চোৱৰ বুলায়॥

মনৰে দীপালী জ্বলে উজ্বলি
তোমাৰ পৰশে কৰে বাউলী
জীৱনৰ জোনালী তুমি আনিলা
মনৰ বনত মোৰ ৰং সানিলা
জগালা গান সুৰৰে কপাঁই
আনিলা বান জীৱন ঢৌৱাই॥

বনৰে হৰিণ যুৰি উমলি
থমকে চমকে মন উতলি
বনৰে পখীৰ কল কাকলি
তোমাৰ সুৰত উঠে আকুলি
ৰাগীয়ে তাৰ তোলে জোৱাৰ
প্ৰিয়তমাৰ প্ৰিয় তোমাৰ॥

—০—

কথা- হীৰেণ ভট্ট

সোন বৰণৰ কন্যা তোমাৰ
এঙ্গাৰ বৰণ চুলি
সজল চকু বোলাই ললা
মেঘৰ কাজল সানি।

খাৰু ললা মণি ললা ললা সাতেশৰী
চম্পা ফুলৰ খোপাটিতে ললা কপৌ গুজি
বিজুলীৰে আঁচলখনি তৰা ফুলে বছা।
সৰু সূতাৰে চেলেংখনি মৰম বনে কৰা
দহিবটা ৰিহাখনি কেনে বিনন্দীয়া ।।

কন্যা তোমাৰ কাজল সনা
চকুযোৰে আকুল কৰে মন
কন্যা তোমাৰ চৰণ তলত
কঁপি থাকে কহুঁৱাৰে বন
পিক ৰঙা ওঠ দুটি সাত সাউদৰ ধন ।।

—০—

কথা—মুকুল হ'ক

ভোৰ ভই অব ধৰতী জাগী
জাগা হ্যায় আসমান
ধীৰে ধীৰে পৱন চল ৰহা
সুখছ হ্যায় মন প্ৰাণ ।।

—০—

কথা-- কেশৱ মহন্ত

জোনবাই এ চুমা এটি দে
মোৰ সোনৰ সেউজীয়া চকুতে
জোনে দিব জেতুকীয়া চুমাটি
সোন মোৰ যাব দেহি ঘুমটি।

পাখি মেলি নামি নামি আহ জোনবাই
সোন মোৰ ঘুমটি যায়॥

বগ পখীৰ বগা আনি উৰনীয়া
গুঠি দিম দলিছা জুৰনীয়া
গাৰু পখিলাৰ পাখি চুলে পমি যায়॥
ডাৱৰৰে এক্ৰাজলি কাজল আনি
অকণি চকুৰ পাহি বোলাম সানি
জুৰ বা ৰিব্ ৰিব্ আহিবি সোমাই॥

—o—

কথা—মুকুল হ'ক

তেৰী জুদাইমেঁ ৰোৱে ৰাধা
কৌন বনাধায়ে ধীৰ
গমকী মাৰী ৰাধা ডুলৰী
বৈঠী যমুনাকে তীৰ
তুম বিন উসকা কৌন সহৰা
কৈসে ককে অবনীৰ
কৌন কহেগা তেৰা ঠিকানা
মনুৱা হুৱা অধীৰ॥

নন্দ দুলাল আজা মোৰে গোপাল
আজা পাঁউ পড়ী অধীৰ॥

—o—

কথা—মুকুল হক

য়হ বাত পুৰানী হ্যায়
পৰ বড়ী সুহানী হ্যায়
তেৰীহী কহানী হ্যায়
কিসীসে ন কহনা চুপ্‌চাপ্‌ ৰহনা
ৰয়বাত বড়ীহী লুভানী হ্যায় ॥

পৈসাহী সব কুছ দুনিয়ামেঁ
যহী তেৰে মাঁ বাপ
ইস ঠন ঠনকে অনমোল জহামেঁ
ধনকে বিনা জীনা পাপ।
ন বাপ ভলা ন ভইয়া
হ্যায় সবসে বড়া ৰূপয়া
য়হ কহতা হ্যায় গৱৈয়া
কহা মেৰা মানলে য়হাভী জৰা জানলে
য়হ বাত বড়ীহী লুভানী হ্যায় ॥

জীনা হ্যায় মগৰ ইস দুনিয়ামেঁ
কুছ ৰকম কমা লেনা
চাঁদীকে ইন দো টুকড়ো
পৰ তু মৌজ উড়া লেনা।

এক বাত সমজমেঁ ন আয়ে
কিঁউ দিলৱালে ঠুকৰায়ে
পৈসোঁকো দূৰ ভগায়ে
দিলৱালা কহতা প্যাৰ নহী সস্তা
প্যাৰ বিন দুনীয়া ফানী হ্যায় ॥

—•—

## ধুমুহা

পৰিচালনা—ফণী শৰ্মা | সংগীত+কথা
শিল্পী—ভূপেন হাজৰিকা | ভূপেন হাজৰিকা

এ নৰমনিচ যাৰই লাগিব তই
চকুলো মচি থৈ সবাৰো ভৰসা এৰি।
সোণৰ জটা খাৰত মামৰে ধৰিলে
মামৰৰ বেচতো কেৱে সোণ নললে
ফুৰিলে কি হব ঘুৰি এ নৰমনিচ॥

দোকানী চিনিবি পোহাৰি চিনিবি
চিনিবি চেনেহ লগৰী
যিজন কিনোতাই মানুহক চিনিব
সংসাৰৰ হাত যায় সাৰি এ নৰমনিচ।

হাবিয়াসনো কৰি থৈ মজিয়ানো মচিলি
চিকণকৈ নো বাতিতে অমৃতেনো সজালি
আনন্দেৰে পিৰাখন পাৰি।

বৰেঘৰে মজিয়াতে নিগনিনো বগালে
অমৃতৰে বাতিতে বিহেনো উপচিলে
পিৰাখন যে নিলে হৰি।

মিছা সাগৰতে তই বুৰে মাৰিলি
সাতুঁৰি নাহুৰি ভাগৰো লগালি
মুকুতাৰ আশাকে এৰি এ নৰমনিচ॥

সাগৰত মুকুতাৰ চিনো নাই চাবো নাই
ভাগৰত পিৰলৈ পানী নাই ছুনিও নাই
আছে মায়াজালৰ জৰী হে নৰমনিচ॥

শিল্পী—ভূপেন হাজৰিকা, গায়ত্ৰী দেৱী

পৰহি পুৱাতে তুলুঙা নাৱতে
বংমন মাছলৈ' গ'ল,
মাছকে মাৰিবলৈ' নেলাগে যাবলৈ'
ধুমুহা আহিবৰ হ'ল।
কৰবাত কেনেবাকে ঘৰিয়ালে ধৰিব
বৈ যাব তেজৰে ঢল ॥

গধূলিৰে পৰতে ব্ৰহ্মপুত্ৰৰ মাজতে
বংমন নাইকীয়া হ'ল
হিয়াখনি ভুকুৱাই আকাশলৈ চাই চাই
বহ'দৈ বাউলী হ'ল ॥

অ' ঢৌ যাঃ গুচি নিশাকে নেওচি
বংমনক আনিবৰ হ'ল
বংমনৰ দেহাটি ঢৌবোৰে সাৱটি
পাৰতে শুৱাই থৈ গ'ল ॥

—c—

শিল্পী—ভূপেন হাজৰিকা
কাকনো সুঁৱৰি কিনো! বিচাৰি
থাৱ তই হাবাথুৰি
বৈ বৈ হেৰ' হুমুনিয়া কাঢ়
বুকু উঠে গুমৰি গুমৰি ॥

কাৰ অভিশাপে কি অনুতাপে
মন উঠে শোকেৰে ভৰি
কাক নিচিনিলে অ' তই কাক দলিয়ালি
কোন কেনি গ'লগৈ' আঁতৰি ॥

কোন ধুমুহাই কি উকৰাই
কিবা তোৰ নিলে কাঢ়ি
নোপোৱাটো পালি পায়ো হেকৰালি
ক'ত পাবি এতিয়া বিচাৰি ।

—o—

শিল্পী—গায়ত্ৰী দেৱী, মন্টু ঘোষ

ধুনীয়া ৰঙৰ নতুন পাহিৰ
তুমি মোৰ পহুলিৰ কেতেকী ফুল
তাকে দেখি মই ভোল যাওঁ ।
কেতেকী নহওঁ মই সূৰ্য্যমুখী
পুৱাৰ সুৰুয তুমি কত ৰহণৰ
তাৰেই আশাত মই নিশা কটাওঁ ॥

তোমাৰ চকুৰ বস্তি দেখি
মোৰ মনৰ চগা উৰে
তোমাৰ চগাকে সাৰটিবলৈ
মই শলিতা জ্বলাওঁ ॥

মনৰ সাগৰখনি তোমাৰ জোৱাৰেৰে
খৌকি-বাখৌকৈ উথলে
মনৰ আকাশৰে ৰামধেনুখনি
তোমাৰ জেউতিৰে উজ্বলে ॥

মোৰেই সাগৰখনি সোধে "ৰামধেনুখনি
কেতিয়ানো আঁকোৱালি লওঁ"
আমি দুয়ো একে লগে জীৱনৰ ফুলনিত
মৰমৰ শেৱালি ফুলাওঁ ॥

—o—

শিল্পী—ভূপেন হাজৰিকা

সোণৰ কাঠিৰ পৰশ পোৱা
আলফুলিয়া হাতেৰে
কোনেনো ধূলিক সাৱটি লয়।
এটি ঘৰৰ দুটি মানুহ
দুটি জীৱনৰ কথা শুনা
এজুপি লতাৰ দুটি কলি
দুটি জীৱনৰ কথা শুনা॥
এজুপি লতাৰ দুটি কলি
এটায়ে নিয়ৰত হাঁহে উমলি
আনটিয়ে নিয়ৰৰ টোপাল নেপাই
মাথো কৰে ভৰা শুনা॥
এটিৰ জীৱনত নিতৌ হৰষ
কোনোবাই সানি দিয়ে সোণৰ পৰশ
আনটিৰ জীৱনৰ আজিৰ সম্বল
মাথোঁ দুখৰে দিন গণা॥
এটি জীৱনৰ চকৰি ঘূৰে
(তাত) চিক্‌মিক্ জেউতিৰ ৰহনচৰে
আনটিৰ আশা ধূলিত বাগৰে
নাই তাত পোহৰৰ এটিও কণা॥
এটিয়ে সৰগক হাততে পায়
সৰগৰ সোৱাদে নিতে অমুৱায়
আনি দিব ওভোতাই কোনেবা আজি
আনটি জীৱনে হেৰুওৱা হাঁহি
সুন্দৰৰ সৰগৰ মধুকণা॥

—o—

# লখিমী

পৰিচালনা—ভবেন দাস

সংগীত—ব্ৰজেন বৰুৱা

শিল্পী—ৰমেন বৰুৱা

কথা—কেশৱ মহন্ত

বান্ধি পাৰ কৈ দে
ইকৰাৰে পজাটি মোৰ
মনতে জিলিকে ॥

শিলে ধকে ধকি পানী চকে চকি
সোঁতাৰে মাৰিছে খুন্দা,
অলিয়া বলিয়া ডকা চাকেনৈয়া
মন তোৰ শিলেৰে বন্ধা ;
ততাতৈয়া কৰি ডিঙা
পাৰঘাটলৈ নে ॥

তেজী তেজীমলা জয়মতী জয়া
নেতাই বেউলাৰে কথা
সোঁতত খলেমলাই ঢৌত জিলেমিলাই
হিয়াত মোৰ জ্বলিছে বেথা ;
এই নদীৰ পাকে পাকে
ডিঙা উজাই নে ॥

—০—

# ভক্ত প্ৰহ্লাদ

পৰিচালনা—নিপ বৰুৱা

সংগীত—ব্ৰজেন বৰুৱা

শিল্পী—গুনদা দাস, ব্ৰজেন বৰুৱা,
দেবেন শৰ্মা

কথা—কেশৱ মহন্ত

কিনো গুৱনি তোৰে মুখনি
পদুমৰে ঠাৱি যেন হাত দুখনি ।

তোৰে চকুজুৰি যায় উৰি উৰি
বিচাৰি বিচাৰি কোন মায়াপুৰী ।
কোন সৰগ জিনো বুলি
মনৰ পাখি মেলি দিলি
উজ্বলি জিলিকে সৌ দূৰ দূৰণি ।।

দুখাৰে পোৰণি আউসী ওৰণী
অ' সুখৰে জুৰণী জোনাৰে ৰেঙনী
অমানিশা ফালি ফালি
জোনালী তোৰ চতিয়ালি
ৰূপালী তৰালী তোৰে ভিৰিবিৰনি ।

—o—

* মাটিৰে চাকিটি ধিমিকি ধিমিকি
মুমাব খুজে কিয় হায় ।

মন নেকান্দিবি উচুপি উচুপি
আশাৰে সমাধি চাই
চকুৰ পানীৰে বাট নেভেটিবি
মৰমে সহাবি পায় ।।

*[ পিচৰ অংশ ৰেকৰ্ডৰ অস্পষ্টতা আৰু শিল্পীৰ পাহৰণিৰ বাবে দিয়া নহ'ল ]

অ' হৰি চৰণ দিয়া হে
জলধিৰ মাজে তুমি হৈয়া অৱতৰি
আছা নিতে ধৰি কত অৱতাৰ।

ব্ৰহ্মাণ্ডৰ ভূমি ভাৰ কান্ধতে প্ৰভু
ভকতৰ প্ৰাণধন তুমি নাৰায়ণ
আছা লৈয়া যুগে যুগে ধৰি কতৰূপ
তুমি নিত্য নিৰঞ্জন নমো হৰি নাৰায়ণ।

যত জীৱ জগজন হৰি নাৰায়ণ
কৰে নিতে বিচৰণ হৰি নাৰায়ণ
ভকতৰ মূঢ়মতি পাপে ডুবি মৰে হৰি
মই মৰো নাৰায়ণ কৰি হৰি।

—০—

* এ হৰি তুমি বিনে গতি নাই
হৰি তোমাৰ চৰণ কমল যুগলে
দিয়াছো আমাক ঠাই হৰি হে।

. .... ... ... ...

... ... ... ....

—০—

* মন পাৱন পাৱন পৰি হৰি হৰিহে
তাৰিয়ো ভব সাগৰে।

.... ... .... ...

... ... ....

—০—

* গীত বোৰ ৰেকৰ্ডৰ পৰা লোৱা হৈছে। অস্পষ্ট শব্দ আৰু শিল্পীৰ পাহৰণিৰ বাবে তলৰ গীত দুটি সম্পূৰ্ণ কৰি দিব পৰা নগ'ল। বাকী কেইটিবো দুই এটি শব্দ ভুল হব পাৰে— সম্পাদক

চঞ্চল অনুৰাগে অঞ্জন পাতি মাগে
আলফুলে আনমনা যৌৱনা উন্মনা
ড্রিম টানা ড্রিম টানা
ধিন টানা ধিন টানা
প্ৰাণবিনা মৰমৰি গুঞ্জৰে ।।

নিজৰাৰে ঝিৰ ঝিৰ
ৰেথা জাগে কানে কানে
চৌদিশে তিৰবিৰ
ৰেথা জাগে গানে গানে
ফাগুনৰে ৰাগী ৰঙা
মনোহৰ গুঞ্জনা
গুণ গুণ গুণ গুণ আঃ—
বসন্ত গুঞ্জৰে গুঞ্জৰে ।।

লাৱনী আঙুলীৰ বুলনী কুমলীয়া
চাৱনী হুচকুৰ হিয়া জুৰণায়া
যৌৱন উপকুল তন আজি বিয়াকুল
যৌৱন উপকুল কৰে আজি বিয়াকুল
গুণ্ গুণ্ গুণ্ গুণ্ আ—
নেপুৰৰ জুমু জুমু ঝঙ্কাৰে
চঞ্চল অনুৰাগে··· ···

—০—

## কেচাস্নোণ

পৰিচালনা—ফণী শৰ্মা সংগীত+কথা…ভুপেন হাজৰিকা

শিল্পী—ভুপেন হাজৰিকা, মণ্টু ঘোষ, ইলা চক্ৰবৰ্ত্তী,
গুণদা দাস, বিৰাজ দাস

অ' আমাৰ গাওঁ
অ' আমাৰ গাওঁ, অ' আমাৰ গাওঁ
আমাৰ গাৱঁৰ মান ৰাখি মৰিবলৈ যাওঁ
আমি মৰিবলৈ যাওঁ ॥

ভৰপুৰ তামোলেৰে সেউজীয়া পথাৰেৰে
দূৰতে জিলিকি থকা অ' আমাৰ গাওঁ।

দেশৰ হকে মৰিব পৰা
আমাৰ গাৱঁৰ ডেকা ল'ৰা
ডেকেৰীও নহয় পিছ পৰা অ' আমাৰ গাওঁ।
একঠা মাটি মই উপজিয়েই পাওঁ
এমুঠি পেটৰ ভাত
এখনি কাপোৰ গাত
আজি কিয় তাকো নেপাওঁ অ' আমাৰ গাওঁ।

এই মাটি মোৰ অধিকাৰ
মোৰ ভাত মোৰ কাপোৰ
মোৰ দেশত আজি মই নিজেই ৰখাওঁ
কালৰ মূৰ্ত্তি ধৰি শত্ৰু মূৰত
আকাশৰ সৰগ পেলাওঁ অ' আমাৰ গাওঁ ॥

—o—

শিল্পী—ভূপেন হাজৰিকা, মন্টু ঘোষ, ইলা চক্রবর্ত্তী, গুনদা দাস,
বিৰাজ দাস।

নতুন নতুন সাহ
আহিল নতুন সাহ
আমাৰ নহল বুকুতে।
বগলীৰে বগা পাখি জিলিকে আকাশতে
জা জাবৰ চিকুনাওঁ আমাৰ আপোন হাতে
মৰা খুঁতিৰ ঢল আনো শুকান শুকান মাটিতে
সমাজৰে পিতনিতে মাটি ঢালোঁ বঙতে।

পঢ়াশুনাৰ চাকিটিক জ্বলালো উলাহতে
সেউজীয়া সপোন আকোঁ জিলিমিলি জেউতি
হেজাৰ যুগৰ এন্ধাৰকো আঁতৰাম নিজ হাতে।

একতাৰে আগবাঢ়ো জেউতিৰে বাটে বাটে
সুকযৰে খেমালিৰে ৰাঙলি চোতালতে
পুৰণিৰে গাত নাচে নতুনে উলাহতে।।

—০—

কথা—মজদুৰ সংগৃহীত লোকগীত

হামাৰা গুয়ালা জাতি নদী তীৰে বসতি
সকল দধি খায়কে কৃষ্ণ শূণ্য হল কলসি।
গায় চৰালি ঐৰা কদালিকা বলে
পানী পিয়ালী ঐৰা সাৰা দধিয়াসে
বাঘ খেদালী সেই বনে সতে সতে
হৰিণী নাই মিলে।

হায়ৰে ভৈয়া চল ভৈয়া বাঘ মাৰে যায়
সাঁজ সকাল বেলা বন তলে কৰুম সেবা
দণ্ডবৎ কৰে সীতামাইকৈ
ও হায়ৰে হায় কহি দিবা ৰাবণাকে
মাৰেয়াকা তাৰে তাৰে বাজে
বিয়া বাজা বাজেৰে।

ক্ষণিয়া মায়া কান্দে কান্দে
মাৰুয়াকা কন্দা পানি শাড়ী মে ছিটকে
নাহি টুটৱে ৰে।

ক্ষনিয়া মায়া কান্দে তুই মোৰ চাঁপা কলি
লাজতে বেজায় ৰে ক্ষনিয়া মায়া কান্দে।

—c—

পাতা তুৰে গেলে মায়া
আহে ডুমুৰ কনা হায়ৰে
মধুৰ মুৰলী শুনি
হায়ৰে জীয়া ব্যাকুল ॥

মুৰলী শব্দ শুনি দিলমে
দিৰখা ধৰলে কহিওনা যায়
দিলমে দৰিখা ধৰলে
কহিওনা যায় হায়ৰে কহিওনা যায় ॥

কুছভি বাহানা কৰি নিকলি না-আওগোৰী
কুছভি বাহানা কৰি
নিকলিনা আওগোৰী পানীকে বাহানা কৰি
পানীকে বাহানা কৰি—দৈয়াকে বলাও গোৰী।

—০—

শিল্পী—ভূপেন হাজৰিকা, মণ্টু ঘোষ, ইলা চক্ৰবৰ্ত্তী,
গুনদা দাস, বিৰজা দাস

ৰিম্ ঝিম্ ৰিম্ ঝিম্ ৰৰষুণে
নেপুৰ বজায় ক'ত ? ক'ত ?
গিৰ্ গিৰ্ গিৰ্ গিৰ্ ডাৱৰেনো
মাদল বজায় ক'ত ? ক'ত ?
অ' মোৰ অসম দেশত, অসম দেশত ॥

মাইহঙ্ বাটিত সোৱাদ পানী
যাচে কোনে ক'ত ? ক'ত ?
কাৰ পত্থলিৰ কেতেকীনো
মলে মলায় ক'ত ?
অ' মোৰ অসম দেশত, অসম দেশত ॥

আইৰে চকুৰে মুকুতানো সৰে ক'ত ?
সেই মুকুতাৰে মণি পিন্ধি
সাহ পাওঁ ক'ত ?
দেউতাৰে কপালৰে ঘাম সৰে ক'ত
সেই ঘাম দেখি মৰো যেনে
লাগে মোৰ ক'ত ?

মোৰ কলিজাৰে সুৰ বোৰ
বুজে কোনে ক'ত ?
অ' মোৰ অসম দেশত, অসম দেশত ॥

—০—

## চাকনৈয়া

পৰিচালনা—শৈল বৰুৱা
সংগীত—মুকুল বৰুৱা

শিল্পী—মিহিৰ বৰদলৈ
কথা—দুৰ্গেশ্বৰ বৰঠাকুৰ

হে মিলি গ'ল—
মিলিগ'ল মিলিগ'ল মিলিগ'ল..........
দহে দহে বিশ টকা হ'ল
হাতত বাৰ টকা ৰ'ল
খোল মেলি হিচাব মোৰ মিলিগ'ল বাহ বাহ।

এ সেৎতেৰী কিনো লিখো ধেৎতেৰী
বাৰে বাৰে ভুল কৰো মই
ভুল কৰো বাৰে বাৰে। খেলি-মেলি....॥

এ কালু মিষ্ট্ৰীৰ জীয়েকক
দিয়া নাই মই কিনি
তিনি টকা গজৰ দাম—
ব্লাউজৰে চিত কানি
কিনো কোৱা বাৰে বাৰে
হিচাবত ভুল লাগে মোৰ। খেলি-মেলি......॥

পেট্ৰলত দিলো মই দশ টা টকা
ৰফিকুলাক দিব লাগে ডেৰটা টকা
এ একসিকিৰ ধূমপান
দু অনাৰ বেটলনাট
এক অনাৰ খাচ খুচ অ' ৰফিক
বাৰই আঠে বিশ টকা হ'ল
মিলিগ'ল কেনে মজা। খেলি-মেলি...

—০—

শিল্পী—মিহিৰ বৰদলৈ

বেলিৰে মুখৰে কলীয়া মেঘৰ
চমকা আঁতৰি যায়
শুন ভাগৰুৱা কোন বাটৰুৱা
তোৰ আৰু কোনো ভয় নাই ॥

তই যি হেৰুৱালি সি নৈৰে অ' বালি
এই আছে আৰু এই নাই
কি পাবি সেই অজান যদিও
নৰবি থমকি অ' বাটৰুৱা
বাট তোৰ বহু দূৰণি যে দূৰণি
তই নৰবি জিৰণি অ' ।

মন নকপাবি দেহা ভাগৰিব
পৰিবি উজুতি খাই বাটৰুৱা
চকুৰে নেদেখা কোনোবা দূৰণিত
চেনেহৰ সফূৰা আছে
মনৰে নোপোৱা কোনোবা বননিত
জীৱনৰ হৰিণাই নাচে নাচে নাচে ।

—০—

শিল্পী—ভূপেন হাজৰিকা, মিহিৰ বৰদলৈ, আদিল আহামদ, মনিন্দ্ৰ কুমাৰ বৰুৱা, যোগেশ বৰুৱা. মুকুল বৰুৱা

কথা—চৈয়দ আব্দুল মালিক

মচগুল দুনিয়াত হায়ৰে হায়ৰে হায়ৰে
দিল আছে দিলদাৰ নাইৰে নাইৰে ।

দিল আছে মিল নাই—যাৰ নাই তাৰ নাই
যাৰ আছে সি সব পায়ৰে পায়ৰে ।

দিল নাই মিল নাই
বেৰহম দুনিয়াত
লোহা গলে দিলতেও নগলে ॥

দিল ভাই গলি যায় হায় দেখিলে হায় দেখিলে
চকু নিলে তেও মন হায় নিনিলে হায় নিনিলে
"হায় নচিবত আল্লাই কি লিখিলে"
ব্ৰেক কচু তই চকা মাৰ
কেতিয়াবা মাৰ খেলা হেইয়ো হেইয়ো……

অ'—বেৰহম দুনিযাত
গাড়ী চলে দিল তেও নগলে।

এই বাটে কিয় আহা অ' লাহৰী
চাবলৈ যে নাই মোৰ অ' আহৰি
দেখিলে যে যাও সব অ' পাহৰি
পাহৰি হায় পাহৰি
কলিজাত ব্ৰেক টানি মই ভাই ধৈ যাও
অ' বেৰহম দুনিয়াত
তোমালৈয়ো চাই চাই অকলে।

আমি সব মেহ্নতি বান্দা
নাচো গাও নাই কোনো ধান্দা, ধান্দা
হাতে হাতে হেণ্ডেল দাণ্ডা
শেষ কৰি দিও যত ঠগ চোৰ গুণ্ডা
চকা বন্ধ আমি নহ'লে
তথাপিতো হায় ভাই দেহ মন গলি যায়
অ'—বেৰহম দুনিয়াত
লোহা গলে দিল তেও নগলে।

—০—

শিল্পী—লবঙ্গ বৰা

সুৰবে পানচৈ চলে ধীৰে ধীৰে
সুৰবে পানচৈ চলে
জীৱনৰে লগৰী অ' কবিতা কুঁৱৰী
তোমাৰে বন্তি জ্বলে পৰাণতে
তোমাৰে বন্তি জ্বলে ॥

সাজৰে সবিতা শুলে অ' শুলে
দূৰণিতে কোন দূৰণিতে
মনে পাখী মেলি ডাৱৰ ফালি ফালি
উষা মাৰে কৰ'বালে' অজানিতে
উষা মাৰে কৰ'বালে ॥

দূৰণিতে বাঁহী বাজে ৰিণি ৰিণি ৰিণি
দূৰণিতে বাঁহী বাজে
সুৰবে মাধুৰী প্ৰাণৰে লগৰী
জীৱন অমিয়া ঢালে পৰাণতে
জীৱন অমিয়া ঢালে ॥

—০—

শিল্পী—লবঙ্গ বৰা, মিহিৰ বৰদলৈ

কথা—লক্ষহীৰা দাস

কথা এটি কম কাণে কাণে
কাকো নজনাবা অ' তুমি গানে গানে।

সৰে গানে গানে অ' মোৰ মন বীণে
সুৰ বচি দিলা কিয় কোনে জানে।

দুটি হিয়া মই আৰু তুমি
হ'ল দিয়া নিয়া বিনা আয়োজনে ॥

জীৱনৰে গীত যুগমীয়া
সুৰ বচি দিবা তুমি মোহনীয়া ॥

—০—

# আমাৰ ঘৰ

পৰিচালনা—নিপ বৰুৱা

সংগীত—ব্ৰজেন বৰুৱা

শিল্পী—ৰমেন বৰুৱা, পূৰবী দেৱী

কথা— তফজ্জুল আলি

কণ কণ জোনাকীৰ
 কণ কণ পোহৰেৰে
 দীপালীৰ বন্তি জ্বলাই।

কোনে জানো এন্ধাৰৰ
 ভয়বোৰ খেদি খেদি
 মনবোৰ দিয়ে পোহৰাই ॥

দূৰণিৰ তৰাবোৰে দূৰতে হাঁহিলে
জোনাকীৰ স'তে জানো
 কি কথা পাতিলে
জিকমিক জোনাকীৰ
 চিকমিক চাকিবোৰে
এই জ্বলে আৰু থিতাতে নাই নাই
 দীপালীৰ বন্তি জ্বলাই ॥

অ' নীলিমাৰ সৰুতৰা নাহাঁহিবা
জোনাকীৰ স'তে কথা নাপাতিবা
মৰমেৰে বুকুভৰা
 জোনাকীৰ এই ধৰা
 চিৰদিন ৰ'ব উজ্জলাই
 দীপালীৰ বন্তি জ্বলাই।

—০—

শিল্পী—ব্ৰজেন বৰুৱা, ৰমেন বৰুৱা,
পূৰবী দেৱী, পাৰুল দেৱী

কথা—পদ্ম বৰকটকী

শুনা মোৰ জীৱনৰ চাকি
স্বপ্নভৰা জোনাক ৰাতি
মন মোৰ ছাটি ফুটি
দেহা মোৰ উজান ভাটি ॥

দূৰণিত ৰিণিকি ৰিণিকি
শুনিকি নুশুনি মাত,
ৰন্ ৰম্ ৰম পোৰণি
কিনো জুই গাত।

সুপুৰৰ জুন জুননি
ভোমোৰাৰ গুন্ গুন্নি
উদুলি মুদুলি মনৰে পদূলি
গা বাই জাই
আ হা…… ….।

কোন অজানাৰ গুঞ্জৰণত
ফুলিলে ফুল কুঞ্জবনত
জীৱনত মধুলগন আহিছে
মোৰ জীৱনত সঙ্গোপনে
দোলনি দি মনে মনে
দূৰে দূৰে নাচে ৰঙতে ॥

—o—

শিল্পী—পুৰবী দেৱী　　　　কথা—কেশৱ মহন্ত

এই জোন জোনালী
থুপি থুপি তৰালী
জ্বলি জ্বলি জ্বলালি
মনে কাক নেদেখি বিনাই।

ফাগুনৰ বনতে কত ফুল ৰঙতে
ফুলি ফুলি মৰহি শুকায়
সৰোবৰ উছলি ভেট পাহি উজ্বলে
তাৰো যেন কিবা আজি নাই।।

চোতালৰ তুৰৰীত চেনেহ লুকাল
মনবে বননিত কি জানো হেৰাল
জীৱনৰ জীয়াটি কি আশা সাৰটি
উৰি উৰি ভাগৰি জিৰাই
চকুৰ পোহৰতে তোমাক নেদেখিলো
মনতে আছিলা লুকাই।।

—০—

শিল্পী—পুৰবী আৰু পাৰুল　　　　কথা—লক্ষ্মীধৰ চৌধুৰী

আমাৰ ঘৰলৈ যাওঁ
অকণি মৰমেৰে অকণি সপোনেৰে
মৰতত সৰগ সজাওঁ।।

আইতা অ' অ' দেউতা
মৰমৰ মাত মাতি
জোনে সতে কথা পাতি।।

আইৰ মৰমেৰে আমাৰ চেনেহেৰে
মৰতত জেউতি চৰাওঁ।।

—০—

# পুৰণি নিশাৰ সপোন

পৰিচালনা—ফণী শৰ্মা কথা+সংগীত—ভূপেন হাজৰিকা

শিল্পী—ভূপেন হাজৰিকা

কঁহুৱা বন মোৰ অশান্ত মন
আলফুল হাতেৰে লোৱা সাৰটি
এটি এটি ক্ষণ যেন মুকুতাৰে ধন
এনেয়ে হেৰুৱালে নাহে উভতি ।

নীল আকাশৰ একোটি তৰা
হঠাতে খহি সাৱটে ধৰা
খিট্ মিট্ এন্ধাৰৰ নিমাত ৰাতি
এটি এটি ক্ষণ যেন এটি এটি পণ
এনেয়ে হেৰুৱালে নাহে উভতি ।

পুৰণি নিশাৰ সপোন দেখি
দেখিও নেদেখিলোঁ সেই ক্ষণটি
অনন্ত সময়ৰ সাগৰখনিৰ
চঞ্চল কোলাহলে ভাঙে ঘুমটি
অ' বলিয়া মন কিয় উচাটন
কালিৰ সূৰুযে আনি দিব পুৱাটি ॥

—০—

সোঁৱৰণী মোৰ
ৰাঙলী জীৱনৰ
ৰঙবোৰ কেনিবা গ'ল,
পাহৰণি এন্ধাৰত
ধুনীয়া অতীতৰ
জীৱন্ত সমাধি হ'ল।

মনৰে আঁতৰোৰ
কেনি হেৰুৱালো
ভাষাৰে পখিলী
কেনি উৰুৱালোঁ
উভতি নোচোৱা হ'ল।

হাতীপটি ভাগি পৰিল
আকাশত অগনি জ্বলিল
সুৰুযৰ চকুলো সৰিল
পাহৰণি এন্ধাৰত
ধুনীয়া অতীতৰ
জীৱন্ত সমাধি হ'ল।

পাহৰা দিনৰে
কত পম খেদিলোঁ
গভীৰ নিৰাশাৰ
লুইতত বুৰিলোঁ
উশাহ নোহোৱা হ'ল
সুৰবোৰ কেনিবা গ'ল।

—০—

## লাচিত বৰফুকন

পৰিচালনা—সৰ্ব্বেশ্বৰ চক্ৰবৰ্ত্তী

সংগীত—ব্ৰজেন বৰুৱা
কথা—আনন্দিৰাম দাস

ওপজা সোণৰ মাটি অ'
মৰো মই তোকে সাৰতি
চৰণৰ ধূলি এটি দে শিৰতে।

আচলৰ চেনেহ ছাটিয়ে
ছুই যায় মন পখিটি
ভাগৰি জিৰণি লওঁ তোৰ কোছতে ॥

চম্পাবনৰ কঁপনি আই তোৰেনো গুৰনি
পলাশৰ ফুল ৰঙে তোৰে মলয়াত,
তোৰেনো ঐ মাতত গছৰে ঐ ডালতে
কপৌ ফুল হালে জালে যাদু লাগে গাত ॥

তৰাফুল আকাশ ছাটি অ'
বিয়াকুল তোৰ ৰূপতে,
বুটা তোলে নীলা তোৰ বিহাতে।

অ' আমি বাঢ়নী নৈ
সোঁত চেঙেলীয়া চিত উৰণীয়া
থাকিব নোৱাৰো বৈ,
আই তোৰে ঐ বুকুতে জনমৰে অ' পুৱাতে
দেখিলো যি মিচিকিয়া ওঁঠৰ হাঁহিটি ॥

মৰণৰ বিয়লীতে অ'
পাওঁ যেন সেই হাঁহিটি
মাগিছো আশীষ আই চৰণতে ॥

—o—

সুৰ ব্ৰজেন বৰুৱা

কথা—আনন্দিৰাম দাস

কথা—লক্ষহীৰা দাস

এই মাটিতে মৰো যদি
দেশৰ হকে যুজতে
মৰণ নহয় সিয়ে আমাৰ
বৰণ মালা কণ্ঠতে ॥

অ' কমাৰ কুমাৰ অ' কাৰিকৰ
মন ঢালি অ' কামত ধৰ
সৌ চোৱাহি শত্ৰু দুৱাৰতে
বৈ দে অ' শিপিনী কঁকালৰে টঙালি
পিন্ধি আমি যুজ দিওঁ শত্ৰুৰে
জাকে জাকে যাওঁ আমি
বল বান্ধি বাহুতে ॥
ৰণৰে অগণি জ্বলিল দেশ ছানি
কপালত কিনো আছে লিখা
মৰণ নহয় সিয়ে জীৱনৰে জেউতি
মৰণ জিনি পিন্ধাম দেশক
বিজয়ৰে কিৰিটি ।
ৰণসৰৰ ঐ চোতালত
নকটাপাৰে শৰদে
অ' আমাক যে শকিয়াই বাৰে বাৰে
অ' কাঢ়ীপাইক হিলৈদাৰ
ৰণ সাজে সাজপাৰ
কেদান তুলিধৰ হাতে হাতে
সমুখৰে সমৰতে
জয় আমাৰ হাততে ॥

—o—

কথা—নিৰ্মল প্ৰভা বৰদলৈ

কালৰ বুকুত মুমাল যদি জীৱনৰ চাকি
নাকান্দিবি আই অ' মোৰ চকুপানী টুকি ॥

চকুতো ঐ কিনো জেউতি
বাহুতে ঐ কি শকতি
হেংদানত কিনো যাদু
ৰাখিছিলি ঢাকি লাচিত ॥

দেশৰ হকে মোমাইক কাটি
ৰাখিলি তই যি খিয়াতি
শৰাইঘাটে যুগে যুগে
গাব তাৰে গীতি। আই ঐ —
অ' পথৰ বন্তি হৈ ৰব
হেজাৰ প্ৰাণক পোহৰাব
জিলিকাব হাঁহি আনি ॥

—০—

কথা—ক্ষীৰদা বিষয়া

জোনে হুঁহা আকাশত মেঘৰ খেমালি
ছবি তাৰ ভাহে সৰষীত
মনৰ উলাহে মোৰ ঢৌ তুলি তুলি যায়
তোমাৰো যে হিয়াৰ তলিত।

ৰূপ অভিযাৰ মধুৰাতি আজি
মন মোৰ উৰি যায়
মেঘালীৰ পাৰে পাৰে
তোমাক বিচাৰি জোনোৱালী ৰাতি
জোনৰ ৰূপকে লেখি ॥

—০—

ধৰাত চাগে' আলোড়ন
নাচে বন উপবন
অমিয়া কিৰণ লাগি,
পৰশনে পৰাণৰ
ঢল নামে চেনেহৰ
প্ৰীতিৰ মদিৰা বাকী ॥

—০—

শিল্পী—দীপালী বৰঠাকুৰ

কথা—ক্ষীৰদা বিষয়া

আবেগৰ বোকোচা বব মই নোৱাৰো
যৌৱনে আমনি কৰে,
কিহৰে চেনাই ধন তোমাৰে বৰিম মন
মালতী কপৌ ফুল সৰে ॥

মৰা নৈৰ বুকুতে বলুকা সৰিলে
কাঁহ বন গজিলে তাত,
চতুৰ ৰ'দ পাই চেনেহৰ পলাসে
এতিয়া মেলিলে ফাট
চকুত চকু থৈ চাও চেনাই মুখলৈ
হেপাহৰ চতিয়না বাঢ়ে ।

কঁকালৰ লাচতে চকুৰে থাৰতে
মনে কাৰ পিচলি পৰে
লাখৰ বাখৰ হিয়া কপত ৰঙে চৰা
সপোনৰ তৰাফুল বাছে
এমোকোৰা হাঁহি লৈ চাব মোৰ মুখলৈ
জীৱনৰ জেউতি চৰে ॥

—০—

# তেজীমলা

পৰিচালনা—আনোৱাৰ হুচেইন সংগীত—ৰাজেশ্বৰ বৰদলৈ (বুলু)

শিল্পী—লীলা বৰদলৈ কথা—হিৰণ বৰদলৈ

সতিনীৰ জী হৈ
কিনো কপালত তই
সকতে আইক হেৰুৱালি
মাহী আইক কিনো
তই জগৰ লগালি
ঢেঁকীৰে ভাঙিবি ভৰি ॥

চেনেহৰ মাহী আই কাকনো পালি
অ' তেজীমলা কাকনো পালি
বাঢ়নি মাৰিবে আলফুল দেহাটি
কৰিলি তেজেৰে ৰাঙলী ।
কেঁচা শালি ধানৰে
কিনো চাউল বানিলি
ঢেঁকীয়ে নেবানে ধান
বাপেৰৰ চেনেহী
মাৰৰ চেনেহী
কিনো শাখিনী পালি নাম ।

লুইতৰ বুকুতে আহিছে উজুৱাই
সাউদৰ মাৰ নাওঁ আহিছে উজুৱাই
চকুৰ পানীৰে মজিয়া তিয়ালি
বিনালি কালৈ চাই ।

—০—

শিল্পী—মেৰী খাতুন কথা - হিৰণ্য বৰদলৈ

মানুহে মানুহৰ মৰম নিচিনে
হায় ঐ তেজীমলা
মাহী আইৰ ছলনাত প্ৰাণ হেৰুৱালি
ধৰণী সাৰটি লোৱা ।

হাতো নেমেলিলি ফুলো নিচিঙিৰ
কাৰে নাৰৰীয়া তই
মাহী আইৰ ছলনাত পদুম হৈ ৰলা
তেজীমলা হে মই ।

লাও গছ হৈ মই শুৱাম কেনেকৈ
জবা গছ হৈ মই শুৱাম কেনেকৈ
হায় মই তেজীমলা কেনেকৈ বিনাম ?
কাপোৰৰ লগতে মাহী আয়ে খুন্দিলে
চেনেহৰ পিতাদেৱে গমকে নেপালে
হায় মই তেজীমলা কেনেকৈ বিনাম ।

—o—

শিল্পী—লীলা বৰদলৈ, কৃষ্ণ গোপাল

ৰিম্ ঝিম্ বৰষা আহে
ধৰাৰ বুকুত মৌ-বৰষে
জিলিয়ে কিনো নেপুৰ বজাই যায়

শাৰদী জোনাক জোনবাই
কাৰ মুখলৈ জুমি চায়
লাজতে ওৰণি টানে
তৰাবোৰে মিচিকি হাঁহে ।

হেমন্তৰ পৰশ লৈ
শীত নামে ধৰালৈ
কুৰঁলীয়ে ওলগ জনায়
বসন্ত মাধৱী আহি
প্ৰেম সুৰভি দিয়ে ঢালি
কেতেকীয়ে পুলক জগায়
কুলিটিয়ে বাঁহীটি বজায় ।।

—o—

শিল্পী—কৃষ্ণ গোপাল কথা—পাৰ্ব্বতী প্ৰসাদ বৰুৱা

কাৰে বেজাৰত
এজাৰ নিজাৰ পৰিছে
এটি দুটি কৰি
পাত জহি পৰি সৰিছে ।

এজাৰ গছতে নিজোৰ কপৌ
বিসুৰীয়া গীতি ধৰিছে

নিজোৰ কপৌ জুৰিয়া আছিলে
সুৰীয়া আছিলে মাত
এজাৰ গছত হেজাৰ বিজাৰ
সেউজী আছিলে পাত ।

কোনে জানে হঁায় ক'বে তেজাবাই
কুলতী গাভৰু হ'ল ।
এটি দুটি কৰি পাত জহি সৰি
কপউ তুকডি গ'ল ।।

—o—

## শকুন্তলা

পৰিচালনা—ভূপেন হাজৰিকা সংগীত+কথা—ভূপেন হাজৰিকা

শিল্পী—ভূপেন হাজৰিকা, ইলা বোস

অলৌগুটি তলৌগুটি
কোন ক'ত লটিঘটি কচুপাতৰ লাই
যি হাতে আঙুঠি নাই
সেই হাতে কেনেকৈ পায়
ঐ ৰাম সেইহাতে কেনেকৈ পায় ?

ৰৌ, কুৰ্হি, চেনী পুঠি চিতলৰে কোলঠি
লগতে শাক লফা নাই
কি ক'ত বিচাৰি গৈ
কোনে হাবথুৰি খায় ?
ঐ ৰাম, কোনে হাবাথুৰি খায়।

মৎস্য কন্যা এহি ঐ ৰাম
আঙুঠি হেৰুৱালে ঐ ৰাম
পানী তুলিবলৈ গৈ ঐ ৰাম
পানী তুলিবলৈ গৈ।

চিকমিক আঙুঠি ঐ ৰাম
দৰিদ্ৰ জনৰে ঐ ৰাম
গৃহ উজলালে গৈ ঐ ৰাম
গৃহ উজলালে গৈ।

কোন ক'ত আছা সোণৰে সদাগৰ
দৰ দাম কৰাহি চাই
সোণাৰী শালতে বহি
শিলৰে পাটতে থাহি
সোণৰ আঙুঠি কিনা নাপাৰা জুলাই ॥

—০—

শিল্পী—কবিতা হাজৰিকা, ইলা বোস

প্ৰথম প্ৰহৰ ৰাত্ৰি ফুলি আছিল চম্পা
শুনা সখি শকুন্তলা তুলি বান্ধা খোপা ॥

দ্বিতীয় প্ৰহৰ ৰাত্ৰি ফুলি আছিল তগৰ
শুনা সখী ৰূপৱতী নধৰা জগৰ ॥

তৃতীয় প্ৰহৰ ৰাত্ৰি ফুলিলে শেৱালি
কেতেকীয়েও তোমাৰ হিয়াত পৰাগ দিলে ঢালি ॥

আইদেউৰে গালৈকে চাবকে নোৱাৰি
হীৰা কি মুকুতা জলে ধৰিব নোৱাৰি ॥

ষষ্ঠ প্ৰহৰ ৰাত্ৰি ফুলি আছিল যূতি
তোমাৰ স্বামী দুষ্মন্তকে আজি কৰা স্তুতি ॥

—o—

শিল্পী—ভূপেন হাজৰিকা

বিৰাজে কি সাজে প্ৰকৃতিৰে জীয়ৰী
জোনক দেখি হাঁসে সখী নিজকে পাহৰি ।

শোক তাপ নিৰানন্দৰ আজি পৰিল অন্ত
ৰঙে ৰঙে ভৰিল আজি মনৰে দিগন্ত ।

শকুন্তলা দুষ্মন্তৰে মনত আজি হৰ্ষ
পুত্ৰ ভৰতৰ নামে হ'ল ভাৰত বৰ্ষ

সম্পাতিম্ ইদম্
অভিজ্ঞানম শকুন্তলম্ নাম নাটকম্

—o—

শিল্পী—ইলা বোস, অনামিকা দেৱী

নৱ মল্লিকাৰে হেপাহ জানো পলাব
মালিনী নৈত্তে ৰূপ চাই চাই
শকুন্তলা আইৰ জানো দেহাটি শীতলিব
পতুমৰে পৰশন পাই পাই ?

দেহা ভঙ্গিমাৰে বিৱৰণী কিনো দিম
দেখিয়েই ভাষাটি হেৰায়
হংস গামিনী সখি বন মৃগ নয়না
খোজে পতি পতুম ফুলায় ফুলায় ।

ময়ূৰপঙ্খী ৰূপী সপোনৰে ৰংবোৰে
হাঁহিটিত শেৱালি সবায়
ভ্ৰমৰ গুঞ্জন ধ্বনি শুনা যদি সখি তুমি
নাযাবা লৰবি পলাই পলাই ।

—o—

শিল্পী ভূপেন হাজৰিকা

পিতৃ গৃহ ত্যাগি আই মোৰ পতি গৃহে যায়
দুই পাৰ চলে যদি এক পিচুৱায় ।

মৃগ শিশুটিয়ে আই তোক এৰিবকে নিদিয়ে
পিতৃ আৰু সখীজয়ে কোন সতে এৰে ?

ঐশ্বৰ্য্যৰ সাগৰ পাৰ নৃপতিৰ ঘৰে
তথাপি কি সতে আজি মালিনী নৈ এৰে
ময়ূৰপঙ্খী নাও তই কন্যাক ক'লৈ কাঢ়ি নিয় ?
পত্ৰবিহীন বৃক্ষক কিয় সঁহাবি নিদিয় ?

দিগন্ত ঢাকিলে আজ হিন্দুৰ সন্তাই
তপোবনৰ গীতিকাৰেও প্ৰকাশ হেৰুৱায় ।

—o—

শিল্পী—ইলা বোস

বনৰে পখিটি ।
তোমাৰ লগৰীয়া আমাৰে জোনটি
পদুমৰে কলিটি ।
তোমাৰ লগৰীয়া আমাৰে জোনটি
সোণটি ! অ’ অ’ জোনটি ।
আমাৰ তপোবনৰ ধুনীয়া ধনটি, সোনটি !

তুমি শকুন্তলাৰ হিয়াৰ মাণিক
জিলমিল জিলমিল কৰা
জননীৰে মনৰ আকাশ
উজ্বলোৱা ধ্রুবতৰা
নোপোৱাৰে বেদনাৰ
এন্ধাৰ পঁজাত তুমিয়েই বন্তি ।

পদুমৰে মধু দিলোঁ
আৰু দিলোঁ ক্ষীৰ কামধেনুৰ
তিলক দিলো চন্দনৰ
আৰু দিলোঁ ৰহণ ৰামধনুৰ
আমাৰ শত মৰম দিলোঁ
দিনে দিনে তুমি বাঢ়া
মানৱৰে সুখ নাশি
পৃথিৱী মহান কৰা ।

ইতিহাসৰ পাতে পাতে
যুগমীয়া হওঁক তোমাৰে নামটি !
আমাৰ তপোবনৰ ধুনীয়া ধনটি !

—০—

## নৰকাসুৰ

পৰিচালনা—নিপ বৰুৱা

সংগীত—ব্ৰজেন বৰুৱা

কথা—কেশৱ মহন্ত

শিল্পী—ভকলতা দাস, মীনু দাস,
মীৰা চেতাৰ্জী

নামে যৌৱন অলকানন্দা
তাৰ চৰণ ধ্বনি
ৰিণি জিন শুনি
কন্নু জুন কিন্ কিনি চন্দা ।।

কোন তুমি আপোন জানো
লাগে চোন চিনো চিনো
মোৰ অনন্ত শয্যা উজ্বলাই তোলা
তুমি জানো ৰজনীগন্ধা ।।

অ’ সখী প্ৰেমচিত জানা জানো
প্ৰেম চিত পখিলা
প্ৰেম চিৰ চকলা
প্ৰেমে মন কৰে উন্মনা ।।

জোন তুমি মোৰ আকাশৰে
ভৰা মই তোমাৰে কাষৰে
প্ৰাণ ভৰাই চোন নাচে
কিনো লহ্লাসে
মিলনৰ ছন্দেৰে চন্দা ।

—০—

শিল্পী—তরুলতা দাস

শুনৰে চেকুৰা ক'তে যাবি
মন তই উচুপি নেকান্দিবি
সোণে যায় জীয়া জুই নজ্বলাবি
কোন কোন আছেনো তাকে কবি।
মন তই··· ··· ···· ··· ···।।

জোনাকৰ জেউতি আঁকিছে
কি কৰি সৰিলে পাতে পাতে
উৰাদিহ নেপাবি এন্ধাৰতে
মুগুৰি মুগুৰি সক কৰাই
জানোৰা সোণে তই হেৰাই যাবি
মন তই ··· ··· ··· ।।

বুকুৰে কান্দিছে দেখোতা নাই
সিধতাই ৰান্ধিছে চিঙোতা নাই
সাতোখন সাগৰৰ পানীৰে
মনৰ জুই নুমাব কোনে পাৰে
জ্বলি যে উঠিছে ঘৰে ঘৰে ।।

—০—

# মাটিৰ স্বৰ্গ

পৰিচালনা—অনিল চৌধুৰী সংগীত—জীতেন দেৱ, বীৰেন্দ্ৰ কুমাৰ

শিল্পী—অসিত কুমাৰ কথা—নবকান্ত বৰুৱা

পূজা কি বাজাৰ বহুত মজাৰ
পুতুল খেলা দবা কইনা
ঝুমি ঝুমি ঝন ঝন ঝন
লে যাও বাবু লিয়ে যাও খোকা
লৈ যোৱা মই নাকন ।।

এই চোৱা মটৰ গাড়ী যাব পলাশবাড়ী
এক ৰূপীয়া চাৰ আনা দাম তাৰ
মামা বাবা ককাদেউতা হ্‌ব পেচেঞ্জাৰ
তুমি হ'বা কণ্ডাক্টৰ
বেল বজাবা ঠন্ ঠন্ ঠন্
লে যাও বাবু ... .... ... ॥

চাৰ আনামে তাজমহল
ড্ৰইং ৰুমত ৰাখিব ভাল
বুৰ্দ্ধাসাধু লৈ যোৱা ভাই টকাত তিনিজন
লে যাও বাবু .... .... ... ॥

আক কি লাগিব ? পিস্তল ?
গুলী ভি এক ডজ্জ´ন
গণ্ডাৰ বান্দৰ শ্যেৰ চুচুন্দৰ
চুপ হ'ব চৰকা গজ্জ´ন ?
বন যাও পুলিচ বন্ যাও ডাকু
বন্ যাও জংলী টাৰ্জ্জ´ন
লে যাও বাবু .... ... ... ॥

—০—

শিল্পী—গুনদা দাস কথা—পুৰুষোত্তম দাস

দিগন্তৰ পাৰে পাৰে বগাকৈ বগলী উৰে
কিনো মায়া জাগে পৰাণত
শুকুলা শেৱালী সুৰভি উপচি পৰে
কিয় জানো মধু শৰতত ॥

একেটি থাৰিতে যেন ফুলে দুটি ফুল
একেটি ভাবতে দুটি হিয়া বিয়াকুল
সোণঁৰণি ভৰপুৰ জীৱনৰ মধুপুৰ
কিয় জানো কাৰ মৰমত ॥

দুখৰ ডাৱৰে ঘেৰা মনৰ আকাশ
পালে যেন জোনৰ পোহৰ,
এন্ধাৰ নেওচি জ্বলে ৰূপ শিখা পলে পলে
মধুময় জীৱনৰ সোনালি পথত ॥

গছে বনে বিহঙ্গৰ শুনি কুহুতান
হিয়াৰ বীনত বাজে প্ৰণয়ৰ গান
জীৱন সুখৰ বুলি শেৱালী পৰিল ঢলি
মিলন মাধুৰী লৈ নয়ন কোনত ॥

—o—

শিল্পী—বীৰেন্দ্ৰ কুমাৰ কথা—মুক্তিনাথ বৰদলৈ

কান্দে ৰাধাৰাণী যমুনা পুলিনে
লোতক মুকুতা মালা সৰে দুনয়নে ॥

শাওন গগন ঘন ঘোৰ
শ্যাম মুৰতি মনচোৰ
আকুল গোপী দেখি ৰূপে শ্যাম মনে বৃন্দাবনে ॥

কদম কেশর সবে নীরব মুরলী
শ্যাম অবিহনে ন্যূবে ধূসর গোধূলী

প্রিয় দরশন ঘনশ্যাম
গোপীর অন্তর অভিরাম
আকুল পরাণে মাগে শরণে চরণে বৃন্দাবনে ॥

—০—

শিল্পী—গুনদা দাস কথা—জীতেন দেব

চুমকে চুমকে চুম ছন নন বাজে
কণু ঝুনু কনু ঝুনু ন্যূপুরর ধ্বনি
ছন্দে ছন্দে মন দোলে ॥

ঝিণিকি ঝিণিকি ঝিণি মুরলীর ধ্বনি শুনি
থমকি থমকি রাধা যায়
চঞ্চল নয়নে চকিত চাহনী
কানু অনুরাগে মন দোলনি দি যায়
চুমকে চুমকে চুম ছন নন বাজে ॥

—০—

অর্গলা স্তোত্র কথা—বীরেন্দ্র কুমার

জয়ত্বং দেবী চামুণ্ডে জয় ভূতপহারিণী।
জয় সর্ব্বগতে দেবী কালরাত্রি নমোহস্তুতে ॥

জয়ন্তী মঙ্গলা কালী ভদ্রকালী কপালিনী।
দুর্গা শিবা ক্ষমাধাত্রী স্বাহা স্বধা নমোহস্তুতে ॥

মধুকৈটভ বিধ্বংসি বিধাতৃ বরদে নমঃ
রূপং দেহি জয়ং দেহি যশোদেহি দ্বিষোজহি ॥

মহিষাসুর নির্নাশি ভক্তানং সুখদে নমঃ
রূপং দেহি জয়ং দেহি যশো দেহি দ্বিষোজহি ॥

—০—

ধূম্রনেত্র বধে দেবী ধর্ম্ম'কামর্থদায়িনী
ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষোজহি ॥

ৰক্তবীজ বধে দেবী চণ্ডমুণ্ড বিনাশিনী
ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষোজহি ॥

নিশুম্ভ শুম্ভ নিন'াশি ত্ৰৈলোক্য শুভদে নমঃ
ৰূপং দেহি জয়ং দেহি যশোদেহি দ্বিষোজহি ॥

বন্দিতাঙ্ঘ্ৰিয়ং যুগে দেবী সৰ্ব্ব সৌভাগ্য দায়িনী
ৰূপং দেহি জয়ং দেহি যশোদেহি দ্বিষোজহি ॥

—০—

শিল্পী—শৰদিন্দু দাশগুপ্ত | কথা—নবকান্ত বৰুৱা

জীৱনৰ এই সাকোঁত কিয়নো
সাজিব খুজিলি ৰংমহল,
অত হেপাহেৰে কিয়নো গোটালি
মিছা মৰমৰ কেচা সমল ॥
মিছা মৰমৰ কেচা সমল ॥

এয়া মাথো অহা যোৱা বাট
নাই কতো থল জিৰণিৰ
মৃগতৃষ্ণাৰ সিপাৰে বাজিব
শেষ নাই তিৰ বিৰণিৰ
আশাৰ বীণত সুৰ বান্ধোতেই
প্ৰাণৰ কথাটি কোৱা নহ'ল ॥

বাটত বাজিছে হাটৰ বাজনা
পোৱা নোপোৱাৰ চলে বেচা কিনা
নিজকেই ভই বিলাই দিয়তেই পাবি
জীৱনৰ পথ চিৰ সবল ॥

—০—

# মণিৰাম দেৱান

পৰিচালনা—সৰ্বেশ্বৰ চক্ৰবৰ্ত্তী          সংগীত+কথা—ভূপেন হাজৰিকা

শিল্পী—ভূপেন হাজৰিকা, শ্যামল মিত্ৰ, জয়ন্ত হাজৰিকা, ইলা বসু
সুদক্ষিণা শৰ্মা, স্তুতি হাজৰিকা আৰু দীলিপ শৰ্মা।

এইটিবা কোন ওলালে সিংহ কেনি লুকালে
নেগুৰ কটা শৃগাল আজি ৰাজসভালৈ যায়।

পপীয়া তৰা ওলালে সূৰুয কেনি লুকালে
তপস্বী বিড়াল আজি নাম ঘৰলৈ যায়॥

গন্ধৰ্বে নৃপতি গৰ্দ্ধবে শোভে
গুায় এৰি নৃপতিটি মৰে অতি লোভে।

কাউৰী সজাও যদি গজৰাজ মুক্তাৰে
তাৰ ঠোঁট যদি জিলিকাও সুবৰ্ণ মাণিকেৰে
তথাপি কাউৰী জানো ৰাজহংস হয়।

ৰাইজ যদি ৰজা হয় নৃপতিনো কোন
দেশখন বেচোতা এই বদনটিনো কোন
তেজসোঁহা জোক জানো মহাপুৰুষ হয়॥

শিল্পী—ভূপেন হাজৰিকা

[ক] হে শিৱ ভোলানাথ এ তোমাৰ শিৰে ফণী
জগতক পালি আছা আপোনা আপুনি॥

[খ] মৎস, কুৰ্ম, নৰসিংহ, বামন পৰশুৰাম
হলিৰাম, বৰাহ, শ্ৰীৰাম, বুদ্ধ কল্কি নামে দশ
আকৃতি ধৰিছা কৃষ্ণ তবু পাৱে কৰহু প্ৰণাম॥

—০—

শিল্পী—ভূপেন হাজৰিকা

কালজয়ী মৃত্যুঞ্জয়ী, কালজয়ী মণিৰাম
তোৰ মৃত্যুৱে আজি ঘৰে ঘৰে কৰে
মুক্তি যুঁজৰ আহ্বান।

ই জ্যোতিৰ কবিৰ আল্পনা
হ'ব এন্ধাৰ ও অৱসান॥

অসমীৰ অতীতৰ ফিৰিঙতি তই
আজিৰ অগনিৰ প্ৰাণ,

বাইজৰ সাহস উদঙাই দে তই
হওক সৃষ্টি অবিৰাম
কালজয়ী মণিৰাম দেৱান॥

—০—

শিল্পী—শ্যামল মিত্ৰ, জয়ন্ত হাজৰিকা কথা—প্ৰচলিত

সোণৰ বৰণ পাখিৰে তোৰ হেঙ্গুল বৰণ আখি
দেশৰ পাখি বিদেশ গেলু মোকে দিয়া ফাঁকিৰে॥

বাচ্চা হাতে পুচিলাংৰে পাখি দুধ ভাত দিয়া
যাবাৰ কালে গেলু পাখি বুকে শেল দিয়া ৰে॥

ঘৰ পোৰা যায় কৰাৰে ফোটে চাইক্কা ভাঙি পৰে।
সোণাৰ বৰণ পাখিৰ বাদে ঝুৰিছে অন্তৰে ৰে॥

—০—

শিল্পী—ভূপেন, জয়ন্ত, শ্যামল, ইলা, সুদক্ষিণা, স্তুতি আৰু দিলীপ শৰ্মা

তপ্ত তীখাৰে অগ্নি শক্তি
ৰক্ত বৰ্ণে জ্বলে—এ জ্বলিলে
মুক্ত পিয়াসী গুপ্ত মানুহৰ
বক্ষ তীখা হৈ গ'লে এ গলিলে ॥

জনতা তন্ত্ৰৰ সাজি ললোঁ অস্ত্ৰ
স্বতন্ত্ৰতাকে আনিম বুলি
শোষণ জৰ্জৰ সহস্ৰ মানুহৰ
আৰ্ত্তনাদ আৰু মুগুনো বুলি।

আমাৰে দেশতে ফলগু সদৃশ
গুপ্ত সংগ্ৰাম চলে এ চলিলে ॥

ডাৰ মাৰিবলৈ আহাঁ কি ৰাম ৰাম
জীৱন লুইতলৈ আহঁা কি ৰাম ৰাম।

হে হে হেইয়া কি ৰাম ৰাম
ৰাইজ নেকান্দিবা টঙালি বান্ধিবা
যাত্ৰাৰ অন্ত হয় হে হয়।

হে হে হেইয়া কি ৰাম ৰাম
ক্ষুদ্ৰ স্বাৰ্থ এৰি আহা কি ৰাম ৰাম।
হে হে হেইয়া কি ৰাম ৰাম
দেশৰ হকে মৰিবলৈ আহঁা কি ৰাম ৰাম
হে হে হেইয়া কি ৰাম ৰাম
দেশৰেই প্ৰজা অন্যায় যুঁজা
সত্যৰ আজি হ'ব জয় হে জয়।

—০—

শিল্পী—সুদক্ষিণা শর্মা

সংগ্ৰাম লগ্নে আজি সঙ্কা ত্ৰাস ত্যাজি
আইস বীৰ সব দুষ্কৃতি নাশিতে ।

অগ্নি মন্ত্রে দীক্ষা লৈয়া আইস
আজি যত দৈত্যকে বধিতে
ন্যায় তন্ত্রে শিক্ষা লৈয়া আইস
আজি যত পশুত্ব বোধিতে
সাষ্টাঙ্গে কৰোহোঁ প্ৰণাম মাতৃ চৰণতে ।।

সোণৰে অসমী মাতৃ নাকান্দা নাকান্দা
কেনে কান্দা অভাগীৰ দৰে
পুত্ৰ আছে আছে কন্যা
ৰাত্ৰি দিনে চিন্তে সবে
থাপিব আনন্দ মেলা আজি তোৰ ঘৰে
কেনে কান্দা অভাগীৰ দৰে ।।

ৰূপে গুণে সম নাহি ত্ৰৈলোক্য ভিতৰে
কেনে কান্দা অভাগীৰ দৰে ।।

অসমী আই মোৰ অতি ভয়ঙ্কৰ
ৰাক্ষসৰ কাৰণে ভয় নকৰিবা
আমাৰো হেংদান আছে
অসমী আই মোৰ অতি নিষ্ঠুৰ
কাল সৰ্পৰ কাৰণে ভয় নকৰিবা
আমাৰো চুচকুতে অগনি বৰষিছে
সমৰৰে শিখাবোৰ নাচে ।।

—০—

শিল্পী—ভূপেন হাজৰিকা

বুকু হম হম কৰে মোৰ আই
কোনে নিদ্ৰা হৰে মোৰ আই
পুত্ৰ হৈ মই কি মতে তৰো
আই তোৰে হৈ মই মৰো ॥

দেশৰে চন্দ্ৰমা কাল এন্ধাৰে আৱৰে
অগণি কালিকা দেহ বন্ধে বন্ধে চৰে ॥

বজ্ৰ সম দৃঢ় আই চৌপাশৰে গড়
চৌপাশৰে গড় ভেদিম কিঞ্চিতো নাই পৰ ॥
যাচিম সান্ত্বনা আই মুক্তি প্ৰভাতেৰে
থাপিম থাপনা আই শোণিত তিয়াগেৰে ॥

—০—

কথা—প্ৰচলিত

হে মাই যশোৱা এ
মাই হেৰে যশোৱা আমাক লাগিয়া
অলপ তোৰ মৰম নাই।

কাঠবাজি বুলি জগতে হাসয়
দেখিয়ো সুমৰা হৰি
তোৰ ঘৰে আসি পুত্ৰ উপজিলো
ইটো দুখ দুৰ কৰি ॥

একতোলা সোণাৰে বাঁহী গঢ়ে নেদা
ৰাজ পটেশ্বৰী হুই
দুয়ো ওঁঠ কাটি তেজ বহি যায়
বাহৰে বাঁহী বাজন্তে ॥

—০—

শিল্পী—ভুপেন হাজৰিকা কথা—প্ৰচলিত

ফেঁচুৱে কৰিলে ছিঁউ মোৰ দেউতা
ফেঁচুৱে কৰিলে ছিঁউ
মণিৰাম দেৱানক ফাঁচী দি মাৰিলে
আকাশে উৰি গ'ল জীউ ॥

মণিৰামক মাৰিলে আঁৰকাপোৰ তৰিলে
ওপৰে বগালে চিলা
মণিৰামৰ কামে কাজ কৰিব লাগিলে
আজি হাতে হাতে মিলা ॥

এ চান্দও লৰিছে সূৰুযও লৰিছে
লৰিল বসুমতী আই
এ বাৰ পাল বসুৱাই খেদিব লাগিছে
মণিৰামৰ কিনো বিলাই ?

আজি কি বাৰে গুৰু বৃহস্পতি
কালি কি বাৰে শুকুৰ
মণিৰাম দেৱানৰ অমঙ্গল মিলিলে
চালতে বগালে কুকুৰ ।

হে বৈনো বৈ কান্দিলে বৃন্দাবনী গাভৰু
তামৰ ঘৰৰ মুধলৈ চায়
তামৰ ঘৰ আছে দেও স্বামী নাইকিয়া
কোনে নিলে মণিৰামক পাই ।

এ চম্পাৱতী আইদেউৰ সেন্দুৰ মচে খালে
ঘনে ঘনে সোঁহাত লৰে ।
কাউৰীয়ে বমলিয়াই কেঁচাই কুকলিয়াই
সপোনত আগ দাঁত লৰে ॥

—০—

# ইটো সিটো বহুতো

পৰিচালনা—ব্ৰজেন বৰুৱা

সংগীত—ব্ৰজেন বৰুৱা

কথা—নবকান্ত বৰুৱা

বক্ উৰি পখিলাটি
বগা ক'লা পাখি মেলি
তাৰ কথা ভাবি গুণি কিনোবা কৰিম ॥

এটি দুটি কৰি যাব বছৰ ঘুৰি
উৰহীৰ ওৰ জানো পাবা বিচাৰি
মিছা মিছি হুৱা দুৱা
জীৱনটোযে কেবল জুৱা
হৰতন চিৰিতন টেক্কা গোলাম।

যদি দুখ লাগে কেতিয়াবা
হাঁহি অলপ চটিয়াবা
জীৱনৰ ক'লা ৰং হাঁহিৰে বোলাম ॥

তুমি এটি ফুল কলি বোটম হ'লৰ
নেলাগে জ্বলাব চাকি তুলসী তলৰ
এন্ধাৰ ঘৰ দুৱাৰ মেলি
দেখা পাবা চোতাল ভৰি
উৰি অহা ক'লা চাই পপীয়া তৰাৰ।

সেই চোতালৰ ধূলি আনি
ঢালি অলপ চকুপানী
জীৱনৰ খেলা ঘৰৰ পুতলা সজাম ॥

—c—

মন মোৰ চম্পাকলি
উন্মুখ অন্তৰ খুলি
সানিলে তন্দ্ৰাৰ মায়া
জোন চেঁা এই গধূলি।

সোণপৰী জিলিকা নিশা
শুনি গুণ্ গুণ্ তৰাৰ ভাষা
তোমাৰেই অন্তৰ ভৰি
(মোৰ) সুৰভি দিলো ঢালি ॥

শুকতৰা সৌ পৰে ঢলি
মৰমীয়া মোহনীয়া
জোনাকৰ হিম্ পৰে গলি।
তাৰবাবে মোৰ পাপৰি
স্বপ্নৰ মায়াজাল তৰি
ৰ'ব যেন অনন্ত নিশা
স্মৃতিৰ কণিকা বুটলি ॥

—০—

কথা—কেশৱ মহন্ত

কোন তুমি আনমনা আহি মনে মনে
সোণ বুলি মাতিলাহি মোৰ কাণে কাণে।

পখিলাহী পখিলাৰ হাঁহি জানো দেখিলা
সপোন সপোন ৰঙ সনা,
একাঁজলি জোনাকৰ পালা জানো প্ৰণয়ৰ
মৰম মৰম এটি কণা
তথাপিও স্বপ্নৰ শেষ নাই নাই
(হায়) তোমাক কেতিয়া পাম কোনে জানে ॥

এই মন দুৰণিৰ মুখঢকা ওৰণিৰ
সৰি পৰা এটি হাঁহি
এই লগ নিলগৰ মেঘ যেন শৰতৰ
উৰি ফুৰে মাথো ভাঁহি,
তথাপিতো মনে হাঁয় তোমাকে খিয়াই
আহিবানে মাথো এটি বাৰ আহিবানে ॥

—o—

নেমাত চেনাই বুলি নেচাৱ চকু মেলি
কলিজা মনে মোৰ জ্বলি জ্বলি এ
(লিলি) বান্ধিব নোৱাৰো মন।

দিম বুলি নিদিলা বনকৰা মেখেলা
বৰ কথা মাতিলা মুখৰহে মহিলা ॥

কিনো আছে কৰলৈ মেঘৰ মন পাবলৈ
হমেগৈ বিজুলী জনী
মেঘৰ বুকুত থাকি জলাম প্ৰেমৰ চাকি
হমেগৈ হৃদয়ৰ বাণী।
(লিলি) তাৰহে গণিছো ক্ষণ।

কিনো মন গঢ়িছ কিনো ক্ষণ গণিছ
সপোনে সচিতে থাকো তোৰে সতে
তোৰে চকুযুৰি পিৰিতিৰ যমুনা
তাতে মই নাচুৰী নাচুৰী ফুৰো।

তোৰে লগ পাবলৈ যাব পাৰো ৰণলৈ
হিমালয় বগাব পাৰো
(লিলি) তয়ে যে বুকুৰে ধন ॥

—o—

# প্ৰতিধ্বনি

পৰিচালনা, সংগীত+কথা—ভূপেন হাজৰিকা

শিল্পী—ভূপেন হাজৰিকা, তালাত মাহমুদ

লিয়েংমাকাও
কোন পাহাৰ শিখৰতে বাট চাইছা ?

সুৰৰ পঁজা কিয় উদং ৰাখিম
অকলশৰে মই কিমান কান্দিম
তাকে একমনে ভাবিছা ?

চুলিটাৰি—
তাতে ডিয়েংচিয়ে পাতৰ ৰঙ সানিছা
সেই ৰঙ লাগি হুঁহা শৰাতি বাঁহীৰ
সুৰধ্বনি তুমি শুনিছা ?

অ' আকাশ !
মোৰ লগৰীক তুমি জানো দেখিছা ?
তেওঁৰ জেইনচেম্‌খনি বিজুলীৰে বোৱা,
ৰঙা ওঁঠজুৰি মৌৰে বোলোৱা
তুমি জানো মন কৰিছা ?

অ' নিয়ৰ ! সুহুৰি মাৰিছা
থুৰলেই খিবুন খিবুন তোমাকে
মোৰ মানসীৰ দেহাৰে ভাজতে
কোমলতা তুমি সানিছা ?

—০—

শিল্পী—বন্দনা বৰুৱা, ভূপেন হাজৰিকা

হে হে হে ঢোলে ডগৰে
হে হে হে হিয়াৰ উমেৰে
নেদেখা এনাজৰীৰে
এ বান্ধো আমি পাহাৰ শিখৰৰে
মহান চিয়েমক।

হে হে হে চেৰাপুঞ্জীৰে
হে হে হে ভিজা আকাশৰে
উদাৰ মেঘে যেনেদৰে
সাৰটি ধৰে বাৰিষা কাপেৰে
আমাৰ লুইতক ॥

কৃষ্ণ গৰখীয়াই বায় বাঁহী
খাচী গৰখীয়াই বায় শ্বৰাতি
দুয়োটি বাঁহী বাঁহৰে বাঁহী
দুয়ো প্ৰকাশে একেটি সুৰক।

ওখ সৰলৰে পাত সেউজীয়া
আমাৰো আইত গছ সেই বৰণীয়া
ব্ৰেই বা জোনে পাহাৰ ভৈয়ামতে
শাৰদী নিশা ঢালে একেই জোনাক।

বডা পাহাৰৰে মাটি কাটি
খাচী কৃষকে খাটে দিনে ৰাতি
ভৈয়ামৰো খেতিৰ হেঙ্গাৰ বন্ধনে
আঁকোৱালি ধৰিছে একেই কৃষকক।

মুগা সোণালী গুৱালকুচিৰে
হয় জেইন্ চেম্ খাচী ৰূপহীৰ
সবল গছৰে ধূপকাঠৰে
সুগন্ধি সুবাসে ভুলায় আমাক।

খাচীৰ ইশ্বৰ উৱেই মহান
নাগধাৰী শিৱ আমাৰো ভগৱান
খাচী আৰু আমি ভেদা ভেদ এৰি
বঢ়াও অসমীৰ মহান একতাক॥

—০—

শিল্পী-সুমন কল্যাণপুৰ

জয় জয় আকাশ শুব
জয় জয় বতাহ শুব
দিগন্তেতে হাহাকাৰ হ'ব।

সময় যেন স্তব্ধ হয় হয় ভীত হয়
হয় চকুলোও শিল হ'ব।

পাপ যদি বেয়া কামনা কিয় দিলে
মোহ যদি বেয়া সুৰ কিয় দিলে
ভাগুন যদি বেয়া বিৰহ কিয় দিলে
তাৰ সমিধান কোনে দিব
জয় জয় সময় শুব।

সাঁথৰ ভৰা নিশা মোৰ সোণ শুব
বৈধ কি অবৈধ কি প্ৰশ্ন হ'ব
দিগন্ততে হাহাকাৰ হ'ব।

—০—

শিল্পী—মঘাই ওজা, কবিতা হাজৰিকা

দেহি ঐ লুইতৰ সীপাৰে মাজুলী
চাপৰি ঐ মাজুলী
চাপৰি ঐ মাজুলী
উজাইনো পানী ভাহে।

দেহি ঐ তোমাকে দেখিলে এবাপা
নিমলা ঐ এবাপা
নিমলা ঐ এবাপা
শোকেনো খুন্দা মাৰি ধৰে।

অ' নৈৰে পাৰতে গৰুজনী বান্ধি থৈছিলো
পাক মাৰি মুকলি হ'লে
বেটী মালৈ মালৈ
চাই থাক নিলগৰ পৰা।

ধাৰি:ৰ পাটাতে লৰাটি শুৱাই থৈছিলো
বাগ মাৰি চেপেটা হ'লে
বেটী মালৈ ··· ··· ।

বিহুতলী চাবলৈ বান্দৰীক মাতিলে
বান্দৰে গুৰুন্দা গালে
·বেটী মালৈ ··· ···· ।

বান্দৰী আহিলে বান্দৰক এৰি থৈ
বান্দৰৰ কাটি থৈ কাণ
বেটী মালৈ ··· ···· ।

—০—

শিল্পী—কবিতা হাজৰিকা

শৰত কালৰ ৰাত্রি অতি বিত্তোপন সখী
ৰাস ক্রীড়া কৰত গোপাল
অখণ্ড মণ্ডল শশী দেখিলন্ত প্রাণ সখী
তলমল যমুনাৰ জল ।।

কৃষ্ণ দেৱ দামোদৰ হৰি
পাপী নাই আমাৰ পৰ
দয়া নাই তোমাৰ সমানে হে ৰাম ৰাম ।।

প্রসন্ন বদন কমল লোচন
মুখে মনোহৰ হাঁসি
নাসাছিল ফুল অধৰ ৰাতুল
আনন্দে বজায় বাসী ।
অখণ্ড মণ্ডল চন্দ্র দেখিলন্ত হৰি
কুম্ কুমে অকণ ৰশ্মি মুখে পদ্ম কৰি ।

ৰাম কৰে ৰাস কেলি গোপাল গোপী সঙ্গে
হৰি বোলো হৰি বোলো নিৰন্তৰে ৰঙ্গে ।

গোপাল কৃষ্ণ কৰহু ত্রাণ
তুমি গোপিনীৰ জীৱন প্রাণ ।
মোহন বংশীধাৰী এ বিপিনবিহাৰী
অ' গোপীক চলিব মনে
শৰতৰ নিশা এ যমুনাৰ তীৰে
অ' কেলি কৰে বৃন্দাবনে ।

—০—

# লটিঘটি

পৰিচালনা—ভূপেন হাজৰিকা কথা+সংগীত—ভূপেন হাজৰিকা

শিল্পী—জয়ন্ত হাজৰিকা, ইলা বোস

জীৱনটো যদি অভিনয় হয়
যদি অভিনয়তে মৰম ৰয়
সেই মৰমৰ দাম কিমাননো ?
আকাশ এখিলা যদি কাগজ হয়
আৰু জোনটো যদি আচল নহয়
সেই জোনাকৰ ৰহন কিমাননো ?

বুজিও নুবুজা হৈ আমি
ভুলকে ভাল বুলি বোটলোঁ কিয় ?
বাহিৰে ৰং চং দেখি আমি
কোৱাভাতুৰীক আদৰো কিয় ?
সেয়ে ক্ষণে ক্ষণে কান্দো মনে মনে
নিচুকাব নিতৌ কোনেনো ?

বহুৱা সাজি সাজি আমি
মিছা মৰমতে সাঁতোৰোঁ কিয়
তপত মৰুভূমিতে আমি
মিছা মৰীচিকা খেদোনো কিয় ?
সেয়ে কতজনে নিতে নিতে গণে
পৃথিবীত সুখী কিমাননো ?

—o—

শিল্পী—ভূপেন হাজৰিকা

টিৰাপ সীমান্ত ৰূপৰ নাই অনন্ত
নক্তে ৰাঙ্কু টাংচা-যুগলিৰ
দেখিলো মনৰ সেউজ দিগন্ত টিৰাপ সীমান্ত

সৌৱা টাৰাপৰ কিশোৰ ৰাঙ্কু
তাৰ মুঠিতে জোঙা যাঠি পাকমু
ডিঙিত লিকমণি মূৰত কাখান
সক কানাট মাৰি নাচিছে খোৱান
টুটিকে মিঠাবে আৱৰা কঁকাল
ভাঙি ভাঙি গাভৰুৱে দিয়ে কিনো তাল
ভয়াবহ পাহাৰক সাৱটি ধৰি
চুমা খাই থকা ডাৱৰ আঁৰত সুকযটি অস্পষ্ট ?

সৌৱা ৰিণিকি ৰিণিকি দেখিলোঁ খুন্‌চা বস্তি
সৌৱা সুঠাম নক্তেই ডেকাটি
গাত পিন্ধি জেংচেম চোলাটি,
মূৰত বেতৰে খপক শোভে
আৰু কঁকালত ৰঙীণ খাপৰি
সি লোণৰ পুঙত ব্যস্ত। টিৰাপ সীমান্ত॥

টিৰাপৰে বস্তি চাংলাং
তাতে সৰল জনজাতি লুংচাং
সৌৱা টিৰাপ নৈৰে বুকুৰে
বাঁহৰ ওলোমা সাঁকোৰে
টাং চাং খেতিয়ক পাৰ হৈ

সৌৱা দেখোঁ দলে দলে নামিছে
শিঠিত হোৰা লৈ নামিছে।

বোলো ককাই ক'লৈনো যোৱা
ক'লে মাৰ্ঘেৰিটাৰ হাটলৈ
নহ'লে শ্ৰম হব নষ্ট। টিৰাপ সীমান্ত ॥

আহোম স্বৰ্গদেউৰ দিনতে
লোণ বান্ধি নামিছিল নক্তে
তাহানিৰ শ্ৰী শ্ৰীৰাম আতাই
নক্তে নৃপতিক দিছিলে শৰণ
কৰি নক্তেই শিষ্যৰ নামাকৰণ
নৰৰো উত্তম নৰোত্তম
কৈছিল মানুহ মানুহ হ'লে
ইজনে সিজনক সাৰটিলে
নহয় জাতিকুল ভ্ৰষ্ট।
টিৰাপ সীমান্ত ॥

—o—

কোনে কয় মই অকলশৰীয়া
মই আৰু মোৰ ছাঁ
দুয়ো দুয়োৰে লগৰীয়া
পৃথিৱী নক'বা মই অকলশৰীয়া।

সংগীহীনতা মোৰেই সংগী বুলি
কিয় তুমি উপহাস কৰিছা?

দুৰণিৰ বন্ধু সকলো মিছা
নিচেই কাষৰেই ছাঁহে সঁচা
আশাৰ বালিচৰত যেতিয়া ঘৰ সাজোঁ
মোৰেই ছাঁই বালি তুলি দিয়ে
এন্ধাৰ বাটতে মোৰেই ছাঁই
যোজি দিয়ে নিজে জ্যোতিৰ দলিচা।

—o—

শিল্পী—ভূপেন হাজৰিকা

সহস্ৰ জনে মোক প্ৰশ্ন কৰে
মোৰ প্ৰেয়সীৰ নাম মালবিকা নে লিপিকা নে মল্লিকা
অৰ্থপূৰ্ণ ভাবে ইষৎ হাঁহিৰে কওঁ
নহয় মালবিকা লিপিকা বা হৈমন্তী বা মল্লিকা ।

সহস্ৰ জনে মোক প্ৰশ্ন কৰে
আমাৰ চেনেহ আমাৰ মৰম কিয় ফল্গু হ'ল
বহিৰ্জগতৰ অদেখা সন্নিধানত কওঁ
বুকুতেই সাঁচে কিয় পৃথিৱীয়ে গৰ্ভতো
অব্যক্ত কত বহ্নিশিখা ।
বেদৰ মন্ত্ৰৰে দম্পতি যদিও নহলো কাহানিও
একেটি পাত্ৰতে জীৱন মদিৰা পান কৰো আমি তথাপিও ।

সহস্ৰ জনে মোক প্ৰশ্ন কৰে

মোৰ মৌন পৰ্বত সমূহ প্ৰেৰণাৰে জ্যোতি যাচে জানো
নাম তাইৰ জানো মধুচন্দ্ৰিকা ?

সন্নিধানত কওঁ বুকুৰ বক্তেৰে গুপুতে জীয়াই ৰখা
নাম বিহীনা তাই অনামিকা ।।

—০—

প্ৰচণ্ড ধুমুহাই প্ৰশ্ন কৰিলে মোক
তোমাৰ প্ৰাপ্য কি কোৱা ?
মনৰ দুৱাৰ মেলি নিৰ্ভীক ভাবে কলো
তোমাৰ শক্তি খিনি দিয়া ।।

ঠবজ্ৰৰ গৰ্জ্জনে বক্ষ উজাৰি ক'লে
তোমাৰ কাম্য কি কোৱাঁ ?
মই কলো বজ্ৰ তোমাৰ—
শক্তিশালী উদাত্ত কণ্ঠটি দিয়া ।।

এদিন আকাশে ক'লে জনৈক গীতিকাৰে
অকণি আকাশ দেখোঁ মাগে
তুমি কিয় আজি বাৰু কম্পিত কণ্ঠেৰে
মাগিছা সৰ্ব্বাকাশ সত্তা ?

মই ক'লো তুমিয়েইতো কৈছিলা ৰাতিপুৱা
যিমানে বিলাই দিবা সিমানে মহান হ'বা
তাৰে নাম সঁচা উদাৰতা।

সেয়েহে আকাশ তুমি দিব যদি খুজিছাই
সংকীৰ্ণতা এৰি দিয়া
অবদান ৰূপে তোমাৰ পূৰ্ণ বিশালতা
দিয়া যদি আজিয়েই দিয়া।

মহাকাশে দিলে মোক বিশাল দৃষ্টি
আৰু ধুমুহাই প্ৰচণ্ড শক্তি
বজ্ৰই দিলে মোক উদাত্ত কণ্ঠ
আৰু দিলে সাহসৰ যুক্তি।

বজ্ৰৰ কণ্ঠৰে ধুমুহাৰ শক্তিৰে
গীত গাই কঁপাম দিগন্ত
দানৱৰ সমাজতো গাম মানৱৰ গীত
কলিজাৰ সঁচা সুৰ-সিক্ত।

মুমুৰ্ষ মানৱক জীৱনৰ বিদ্যুত
কিঞ্চিতো যদি দিব পাৰোঁ
আকাশ ধুমুহা আৰু বজ্ৰক
তাৰ বাবে শতবাৰ প্ৰণিপাত কৰো।

—০—

শিল্পী— গীতা দাস, অনিল দত্ত
ভূপেন হাজৰিকা, জয়ন্ত হাজৰিকা

কথা—নিৰ্ম্মলপ্ৰভা বৰদলৈ

কোন ক'ত লটি ঘটি কিনো ভৈল কাল
খোজত নিমিলালে খোজ জীৱন বিফল ॥

নতুন দিন আসি কত ৰং সানে
কাক হৈয়া ম'ৰা চালি ধৰো ক্ষণে ক্ষণে
শৰীৰৰ বেশভূষা কিনো অপৰূপ
আটিল সজ্জাত ফুটে দেহাৰ খাটি ৰূপ ॥

পুৰুষৰ অঙ্গ সজ্জা ধৰি আছে নাৰী
পুৰুষ শোভে নাৰীৰ বিচিত্ৰ শোভা ধৰি
যি ঠাইত আবুল লাগে সি ঠাই উন্মুক্ত
আচহুৱা কাণ্ড যেন বহুৱা মঞ্চত
ব'ল ৰাধা ব'ল তই ঘৰলৈ ব'ল ॥

দেৱাঙ্গ ভূষণ দেহাত বিতত বাসনা
সুদীৰ্ঘ বক্তিম নখ যেন ৰক্ত পানা
ব'ল ৰাধা ব'ল তই ঘৰলৈ ব'ল ॥

গীতত বিচিত্ৰ সুৰ নতুন ভঙ্গিমা
নতুন যুগৰ নাই পৰিসীমা
বৰগীত সত্ৰীয়া বিহুনাচ হুচৰি
অসমীয়া হলো বুলি ইমান নোৱাৰি
মুখ আমাৰ কৰো আহা নতুনৰ মুখা
তেৱেঁসে সফল হৈব প্ৰগতিক শিকা

—o—

শিল্পী—গীতা দাস, মনিষা সেনগুপ্ত　　　　　কথা—গজানন বর্ম্মা

ফাগন আয়োৰে হাঠিলা মাৰী বাজে বাঙ্গঁড়ী।
ধৰতী ৰাই বনফুলে নাজুক ধন সুধ বুধ ভুলে
বাঁগাঁ মেঁ ভৰৰা ডোলে ৰচিয়া ধম্মালা বোলে
পোলা উভিকে থাৰী নাৰ ৰঙ্গ ৰসিয়া
বাট নিহাৰে উভি সাঁঝ কি ঘড়ী॥

বলু তো ফুলড়া ঝড়কে নানিসি কলজি ধড়কে
পগাৰী পায়েল ঝনকাৰে যৌৱন ফটকাৰা মাৰে
কিউকৰ আউৰে থাৰে মালিয়ে ভৱৰজী
শাসু সুহেলী মাৰে জগলে খড়ী॥

জেঠানী ঘুমৰ ঘালে দিউৰাণী চালা চালে
জেঠুতা ৰঙ্গ উছালে ননদা পৰমেশ্বৰ জানে
ঘিন্নৰ ঘালেৰ মাৰে ছৈল মন ভৰিয়ো
দেবৰ ৰে হাত মে গুলাব ৰী ছড়ী॥

—০—

শিল্পী—ভূপেন হাজৰিকা, মীৰা চিৰা,　　　কথা—ভূপেন হাজৰিকা
মহম্মদ ৰফী, যশোধাৰা, সুলোচনা

ৰমজানৰে ৰোজা গ'ল ওলাল ঈদৰ জোন
চেনেহৰে মেহফিলতে নহে আজি কোন?
আজি ঈদ্ মজলিছতে একেলগে বহিছে
আজি ঈদ্ মজলিছতে ৰহিম চাচাও বহিছে
আজি ঈদ্ মজলিছতে ফাতেমা পেহীও বহিছে
আজি ঈদ্ মজলিছতে তৈয়ব মোমাইটি বহিছে
আজি ঈদ্ মজলিছতে জেফৰ খুড়াও বহিছে
ইন্‌চানিয়ত লৈ মেহফিলত আমিও বহোঁচোন॥

আমাৰ গাৱঁৰ আতাজানে পুৰণি কথা জানে
চমৰখণ্ড বোখোৰা, ওমৰ্ খৈয়ামক জানে
শ্বাহেনশ্বাহ আকবৰৰ উদাৰতাও জানে
মোগল-ৰাজপুত মিলি ছবি অঁকাৰ কিচ্চাও জানে
টিপু চিৰাজদ্দৌল্লাৰ আজাদীৰ লৰাই জানে
গান্ধীজীৰ বুকু ভেদা গুলীৰ কথাও জানে
আজি ভাৰততে মুহব্বতৰ আমি সিঁচো সোণ ॥

আজি কিয় অসমীৰে কথা মনত পৰিছে
আমাৰ হাজোত মক্কাৰ দৰে পোৱা মক্কাও সাজিছে
কাষতে মাধৱৰে মন্দিৰো বিৰাজ কৰিছে
শংকৰে ইছলামকো সন্মান যাচিছে
আজানে জিকিৰ ৰচি ভাষা চহকী কৰিছে
ভকতক ফকিৰে চেলাম গীতেৰে জনাইছে
দিলোৱাৰ দোচায়ে শ্ৰী হস্তী পুথি আঁকিছে
লক্ষ্মীধৰে চিৰাজ কাকাৰ গুণ বখানিছে
জ্ঞান বিলাই মফিজেও জ্ঞানমালিনী ৰচিছে
কোৰাণ গীতাই ইনচানকে ইনচান হ'ব কৈছে
ৰাম ৰহিমে ঘাম মচি এটা জাতি গঢ়িছে
ফৰমুদ আলি বাউল হৈ মুক্তিৰ গীত ৰচিছে
বাহাদুৰ গাঁওবুঢ়াই জান দি মণিৰামক সেৰিছে
এই বেহতৰিণ দোস্তি ভাঙে সেই দুচমন কোন ?

মজলিচৰে ডেকা বুঢ়াই কাৰ কাৱালী শুনিছে
এই কাৱালে মেহফিলকে শুকুৰ আদা কৰিছে
ভূপেন্দ্ৰ কাৱালে মজলিছৰে ইজাজত বিচাৰিছে
আজিৰ দিনত দায় নধৰি বিচাৰিবা গুণ ॥

—০—

## মৰম তৃষ্ণা

পৰিচালনা—আব্দুল মজিদ
সংগীত—বিবেকানন্দ ভট্টাচাৰ্য্য
শিল্পী—পাৰবীন চুলতানা
কথা—নিহাৰেন্দ্ৰ ভট্টাচাৰ্য্য

নীলিম গগন ঢৌৱাই ঢৌৱাই
ৰং বিৰঙৰ মেঘালীয়ে
উমলে যেতিয়া
সীমাৰ মাজৰ বান্ধোন এৰি
অনন্তলৈ
উৰি উৰি যাওঁ তেতিয়া ।।

ৰাতি আকাশ পাখীৰ দৰে
চপৰা চপৰে শুকুলা ডাৱৰে
সোণ বৰণৰ কল্পনা বোৰে
নতুন নতুন হেজাৰ ৰঙৰ ছবি আঁকে।

বন ময়ুৰীৰ পাখীৰ নীলাৰে
সুৰযমুখীৰ বুকুৰ ৰঙেৰে
মন ময়ুৰীৰ কল্পনাবোৰে
নতুন নতুন হেজাৰ ৰঙৰ ছবি আঁকে।

জোনাক নিশাৰ কোমল বুকুত
দূৰৰ বাঁহী
সুৰৰ লহৰী উটি উটি
আহে যেতিয়া,
সীমাৰ মাজৰ ··· ··· ॥

—০—

শিল্পী—খগেন মহন্ত, পাৰবীন চুলতানা কথা—নিহাৰেন্দ্ৰ ভট্টাচাৰ্য্য

অ'
বতাহ বলিছে ঝিৰ ঝিৰিয়া
মোৰ মনেহে মুকলিমুৰীয়া
নাহৰো ফুলিলে তগৰো ফুলিলে
ফুলিলে শেৱালী ধুনীয়া ॥
বতাহে ৰঙতে নাচিছে
ৰঙতে পখিলা আহিছে
হালিছে জালিছে বতাহো মাৰিছে
থাকোঁ দে ইয়াতে যামনো ক'লৈ ॥

মনৰে ৰূপালী নৈ খন ওপচাই
হাঁহিছে ৰঙতে ৰাঙলী হৈ
দূৰ দূৰণিত ঢুলীয়া নাচনী
থাকো দে ইয়াতে যামনো ক'লৈ ॥

—o—

শিল্পী—পাৰবীন চুলতানা কথা—ইউচুফ হাজৰিকা

সপোন ৰঙীন পলাশ বনত
ফুলিলে ৰজনীগন্ধা
কিয়বা আশাৰ মনোবিতানত
পৰাণ অলকানন্দা।

তুমি ফাগুনৰ মিলন কামনা
মনৰ তুলিৰে আঁকা
ফুল ৰেণু চুমি পখিলাই মোক
জনাই কাৰেনো কথা ॥

—o—

মৃদু সমিৰণ হ'ল চঞ্চল
বসন্তই তনু নাচে
মনৰ মাজত ৰহন চৰা
বিহগীৰো মন আছে
বুজাব নোৱাৰো ভাষাৰে তোমাক
প্ৰীতি ভৰা মধুছন্দা ॥

শিল্পী—শ্যামল মিত্ৰ                    কথা—ইউচুফ হাজৰিক

অৰুন্ধতি অপৰূপা তুমি
এপলক বৈ যোৱা
কপালত দিম ৰঙা অৰুণৰ
এটি ফোট যদি লোৱা ॥

পুৱতিৰ দুচকুত জ্বলে
পোহৰৰ অভিষাৰ
অনুৰাগে ভৰা হৃদয়ৰ
লবা জানো উপহাৰ
ৰাখিবানে মোৰ অনুৰোধ
মন মোৰ পোহৰাই
নকৰিবা আৰু অভিমান
নিশাটিকে হেৰুৱাই
ইয়ে আশাভৰা পৃথিবীৰ
হিয়া ভৰা ভালপোৱা ॥

—০—

শিল্পী—খগেন মহন্ত কথা—নিহাৰেন্দ্ৰ ভট্টাচাৰ্য্য

দিগদাৰী দিগদাৰী বৰ দিগদাৰী
গাড়ীত চাকৰি কৰা মহা দিগদাৰী
অ' ব্ৰাদাৰ অ' চিচতাৰ
ইযে ডেনজাৰাচ ভেৰি ভেৰি ॥

ইঞ্জিনে বাটতে লেঠা পেঠা লগালে
গাড়ীৰে তলতে সুমাওযে মই
গৰম কালি হ'ল গচাড়ীৰে তলতে
অমুকা মৰোযে হাভ বয়ল হৈ
দিগদাৰী দিগদাৰী দিগদাৰী
ভাই দিগদাৰী দিগদাৰী বৰ দিগদাৰী ॥

পানী আনো তেল আনো মাৰো হেণ্ডেল
বোকাত সোমালে ঠেলো খুলি চেণ্ডেল
তথাপি নদমো মই ফুৰ্ত্তিতে থাকো মই
হাঁহি হাঁহি মাৰো জীৱনৰে হেণ্ডেল,
অ' ব্ৰাদাৰ ... ... .... ॥

গাড়ীৰে লেতেৰা তেল লাগি লাগি
ক'কা কৰিলে মোৰ কাপোৰ কানি ॥

অ' " " " "
ডিজেল ট্ৰাক বিলাকক চাইদ দিয়া টাইমত
উঠে মোৰ বুকুৰে ধপ ধপনি,
অ' " " " "
অ' ব্ৰাদাৰ .... .... ॥

—০—

## সংগ্রাম

পৰিচালনা—অমৰ পাঠক
শিল্পী—পিণ্টু ভট্টাচাৰ্য্য
সংগীত—গিৰীশ দাস, অসিত গাঙ্গুলী
কথা—৺শ্ৰীশ্ৰীশঙ্কৰদেৱ

মধুৰ মুৰুতি মুৰাৰু
মন দেখো হৃদয়ে হামাৰু।
ৰূপে অনন্ত সঙ্গ তুলনা তনু
কোটি সুৰুয উঝিয়াৰু॥

মকৰ কুণ্ডল গণ্ড মণ্ডিত খণ্ডিত
চান্দ ৰুচিস্মিত হাসা।
কনক কিৰীট জড়িত ৰতনা নব
নিৰুজ নয়ন বিকাশা॥

চতুৰ উজ্জ্বৰ কৰ কঙ্কণ কেয়ুৰ ভূজ
মহ মতিম হাৰু,
লীলা বিনোদী কম্বু কৌমুদী
চক্ৰ কৌৰ কঞ্জ ধাৰু॥

শ্যাম শৰীৰ ৰচিত পীত অম্বৰ
উৰে বনমালা লুলে
কৌস্তুভ শোভিত কণ্ঠ কটি কাঞ্চি
কিঙ্কিনী কনয়া দোলে॥

অৰবিন্দ নিন্দি পায় নৱপল্লৱ
ৰতন নূপুৰ পৰকাশা
ভকত পৰম ধন তাহে মজোক মন
শঙ্কৰ এহু অভিলাষা।

—o—

কণ্ঠ—অনিল দত্ত, কৃষ্ণা গুপ্তা　　　　　　　　কথা—অমৰ পাঠক

জীৱনটো তুমি যদি ভালপোৱা
যৌৱনটো তুমি যদি ভালপোৱা
হাঁহি লোৱা নাচি লোৱা
নাচি নাচি মচগুল হোৱা।

বেদান্ত দৰ্শন ভীৰুতাৰ ইন্ধন
চূড়ান্ত ব্লাফ্ সেয়া মিছা আকৰ্ষণ
গুণগুনিবা, গুণগুনিবা বাজে কথা
নাচি নাচি মচগুল হোৱা।

ওমৰখৈয়াম! আজি কিয় হায়ৰাণ?
ৰঙীন চেৰাব দিয়া মোৰ দিলজান!
শিকিলোৱা মুহব্বত যদি থাকে হিম্মত
ড্ৰিঙ্ক্ এণ্ড্ ডান্স মাই প্ৰিয়া॥

—০—

কণ্ঠ—পিণ্টু ভট্টাচাৰ্য্য

(আজি) মোৰ শেষ গান, নহয় অভিমান
বিদায় দিয়া তুমি, খেলা হ'ক অৱসান॥
বাৰে বাৰে দিলা তুমি শত অপমান
মিছা তোমাৰ যত ভালপোৱা, মিছা প্ৰতিদান
আজি শেষ হ'ক এই নিঠুৰ ছলনা
খেলা হ'ক অৱসান॥

নিজম নিশাৰ দিগন্ততে হয়তোবা মিলি যাম
ধূলিৰ মানুহ মিলিম ধূলিতে,
গাম তাৰ জয়গান.
(আজি) নাই বিচৰা তোমাৰ কৰুণা খেলা হ'ক ...॥

—০—

শিল্পী—পিণ্টু ভট্টাচাৰ্য্য, কৃষ্ণা গুপ্তা কথা— অমৰ পাঠক

মন মোৰ উতলা হিয়া চুৰ কৰিলা
অ' বুকুৰ লাহৰি ! আহুদি কি কৰিলা ।
হিয়া মোৰ চমকি চমকি যায়
খোজ মোৰ থমকি থমকি ৰয়
তোমাৰে গানৰে সুৰে
কৰো কি দিয়া উপায় !

এই আকাশ অসীম বিশালতা
এই নদী নদীৰ গভীৰতা
এই প্ৰেম হ'ক সাক্ষী
হিয়া মিলনৰ এই খেলা ॥

মই ফুল তুমি যে ভোমোৰা
মউ চুহি হলা যে বলিয়া
নাযাবা নাযাবা উৰি তুমি নাযাবা ॥

—০—

মণ্ঠ—গৌৰীৰাণী ঘোষ কথা—গিৰিশ দাস

সোণ মোৰ শোৱা ! টোপনি নেভাঙো .
আমনি নকৰো তুমি সোণ ঘুমটি যোৱা ॥
অ' মলয়া ! সুৰভি বিলাই যা
ধুমুহা নানিবি ঢৌ নুতুলিবি
মধুৰ সপোন আৰু নেভাঙিবি
সোণ মোৰ কুমলীয়া ॥

অ' মৰমী নৈ ! তালৈ মোক উটুৱাই নিয়া
যি থনি দেশতে হিয়া বীণ বাজিব
প্ৰিয়ৰে মুখতে হাঁহি বিৰিঙিব
পুলকিত হব হিয়া সোণ মোৰ শোৱা ॥

—০—

শিল্পী—নির্ম্মলা মিশ্র কথা—অসিত গঙ্গুলী

যা যাবে ছলিয়া
তুসে নাহি বোলুঁ
বাহানা করকে তু
দিল মেরা লুটা
ঠিক নেহী হায় তেরে ইরাদে
তু বেদর্দী তু হায় ঝুঁঠা।

মিলাকে নজর তুসে ম্যায় পছতাই
রাদা করকে তু তো ন আই
জা-ম্যায় দেখলিয়া তেরা প্যার।

কেয়সে বতাউ কি
কেইসে বাত গুজারি
ফিরভী তোঁহে লাজ ন আয়ী—রে॥

করকে তেরা এতবার হামনে
উলঝন মে ডালী জানকো আপনে।
অব উলঝন কেইসে সুলঝাউ?

লাখোঁ মনায়া
বশমে ন আয়ে দিল
জেরে লিয়ে তরপায়ে—রে।

—০—

## ড: বেজবৰুৱা

পৰিচালনা—ব্ৰজেন বৰুৱা, সংগীত—ৰমেন বৰুৱা
শিল্পী—নিৰ্ম্মলা মিশ্ৰ কথা—এলি আহমেদ

ফুল ফুল ফুল অ' ফুল মেলিলে পাহি
চৌপাশতে অলি উৰিলে আহি
মেলিলে পাহি উৰিলে আহি ॥
জানানে ফুলৰে কাণত
অলিয়ে কিনো কথা কয়
যি কথা শুনিলে ফুলৰ
ছাৱনী লাজুক লাজুক হয়।

অলিয়ে গানৰে ছলত
গোপনে চেনেহ ঢালি যায়
ফুলৰে বুকুৰে মৰম
পাবলৈ মিনতি জনায়।

অলি গুন গুনায় অ' মৰমী প্ৰিয়া
ভৰাই মৌ পিয়লা উজাৰি দিয়া ॥

কিয়নো ফাগুনে আহি
বুকুৰে আঁচল উৰুৱাই
গোপনে আলফুলে কৈ
পৰশ দি কিনো ভাল পায়

ফাগুনে ফাগুনী আবিৰ
বুকুতে আনে লুকুৱাই
পৰশৰ ছলতে দিয়ে
গোলাপী মনত ছটিয়াই

এই মন ৰং লাগি হ'ল পূৰ্ণিমাৰে জোন
কাৰলৈ আহানা তুমি মোৰে সোণ ॥

—০—

শিল্পী—দ্বীপেস বৰুৱা কথা—ব্ৰজেন বৰুৱা

জিলিকি জিলিকা তৰা আকাশৰে
ছিতিকি যদিহে কাষৰতে পৰে
পলকতে লোৱা বুটলি
সময়ৰ টিকনি আগফালে উ'ৰে মামা।

অ' অ' বাইদেউ
জীৱনৰ পিছল বাট খোজ দিবা লাহেকৈ
সেই বাটত তোমালৈ দুটি মানুহ আছে বৈ
এজনে ছবি আঁকি ৰাখে নড়ম দাড়ি
আনজনে আলু বেচি চলায় ফিয়েট গাড়ী।
বাইদেউ—

এতিয়াই ভাবা ততালিকে ভাবা
জীৱনৰ ডোলেৰে কাক বান্ধিবা?
"কাকনো বান্ধিম কৈ দিয়া দাদা"
পটেটোৱালা সেই ড্ৰেইন পাইপ পিন্ধা
জীৱনৰ ডোলেৰে এতিয়াই বান্ধা।

অ' অ' আৰ্টি'ষ্ট
এই ডাঢ়ি এতিয়াই কাটি পেলোৱা
তাৰে তুমি সাতদাল ব্ৰাচ বনোৱা
আঠ অনাকৈ চাৰেতিনি টকা পাবা
এক লিটাৰ মিঠাতেল তুমি কিনি ল'বা।
মিঠাতেল কিনি মই কি কৰিম দাদা?

ৰব ৰব ইঞ্জিনত তেল দি যাবা
ইঞ্জিনৰ মাতষাৰি তেতিয়াহে পাবা
পালে মাত জীৱনৰ পখিলা পাবা।

অ' অ' আটি'ষ্ট
কি হব খোচনাম যদি নাই ইনকাম
মণিৰামেই ৰাম ৰাম
মণিৰামে ঠেলিলেহে জীৱনৰ চাকা ঘুৰে। এহে
সময়ৰ টিকনি আগফালে উৰে (মামা)।।

—o—

শিল্পী--দ্বীপেন বৰুৱা, নিৰ্ম্মলা মিশ্ৰ কথা—নিৰ্ম্মলপ্ৰভা

কি নাম দি মাতিম মাতিম তোমাক
নিবিড় গোপন কিযে মায়া
কি নামেৰে সোণ পৰশত স্বৰ্ণালী হয় হিয়া,
যি নাম দি মাতা সেয়েই মিঠা
জীৱন মৰুত তুমি ছায়াঁ
চম্পাবনৰ সুবাস লাগি উন্মনা মন হিয়া,

মন আজি মোৰ যায় হবলৈ
পলাশৰ এটি ফুল বনতে সউ.
মন আজি মোৰ যায় হবলৈ
পলাতক এটি ভ্ৰমৰ বিচাৰি মউ
প্ৰজাপতি মন হয় উন্মন সুৰে সুৰে উৰণীয়া।।

স্বপ্ন দিলা দুই নয়নত
ছন্দ জীৱনত গোপনে মোৰ,
তুমি দিলা মউ শিহৰণ
ৰিক্ত হৃদয়ত সিঁচিলা সুৰ
মনৰে ময়ূৰ স্বপ্ন বিভোৰ ৰঙে ৰঙে মোহনীয়া।।

—o—

শিল্পী—দ্বীপেন বৰুৱা, বেণু বৰুৱা কথা—ব্ৰজেন বৰুৱা

মইনা কোন বিধাতাই সাজিলে
তোমাৰ পখুম চকুটি
চমক নীলা বিজুলীৰে
গোলাপ কোমল পাহিটি
সেই চমকৰ ভমক লাগি দহি মৰে মনটি ॥

পূৰ্ণিমাৰে আকাশৰে জোনটি শুৱনি
ক'ত পাবানো মেলিলে হাত দুখনি
অ' মইনা হাত নেমেলা আনিবলৈ
দূৰ আকাশৰ মণিটি
মোধ মন হাকুটি লগাই পাৰিম
সেই পূৰ্ণিমাৰ জোনটি ॥

নন্দন বনত ফুলি আছে ফুল পৰিজাত
কৃষ্ণ গোসাঁই ৰখি আছে নেমেলিবা হাত
অ' মইনা, হাত নেমেলো ফুল নিছিঙো
নিছিঙো মই কলিটি
মোৰ প্ৰাণ পখিলাই চুমি যাব
সেই পাৰিজাত ফুলটি ॥

চগাৰ পাখি লাহি লাহি এন্ধাৰতহে উৰে
বন্তিৰ উজ্জ্বল শিখাত পৰি জ্বলি জ্বলি মৰে
অ' মইনা নাই পখি মোৰ উৰিবলৈ
নহলো মই চগাটি
মোৰ প্ৰেম তুলসী তলত জ্বলাম
সেই সোণৰে বন্তি ।

—০—

## বৰুৱাৰ সংসাৰ

পৰিচালনা—নিপ বৰুৱা                    সংগীত—ৰমেন বৰুৱা

শিল্পী—দ্বীপেন বৰুৱা, নিৰ্ম্মলা মিশ্ৰ                    কথা—নিৰ্মল প্ৰভা বৰদলৈ

লাজুক চাৱনীয়ে নিবিড় আবেগেৰে
মদিৰ কিনো মায়া গোপনে জগালে ।
মন পদুমৰে পুৱাৰ অৰুণে
কিয় মনে মনে পাপৰি ফুলালে ॥

পৰিবেশ আজি যে অপৰূপ
লগন মোহনীয়া কৰি
উৰিল মনৰ প্ৰজাপতি
জীৱন সুৰভি বিচাৰি
দোলন আজি লাগে হিয়াতে মনতে ॥

মায়াময় মিঠা এক সপোনেৰে
জীৱন অনুপম কৰি
ফাগুনৰ আশীষ নামিছে
উন্মন দেহামন জুৰি
অজান পুলকেৰে হিয়াৰে বনতে ॥

—o—

শিল্পী—দ্বীপেন বৰুৱা                    কথা—এলি আহমেদ

গা গা আজি গাই যা এই গীতকে গা
যা যা নাচি নাচি নিজক পাহৰি যা ॥

অ' জীৱন আমাৰ এই জীৱন হাহিৰে ভৰা জীৱন
কান্দিনো ভাগৰো কিয়
আমাৰ জীৱন এই জীৱন প্ৰেমেৰে ভৰা জীৱন
আমিনো নেহাঁহো কিয় ?

অ' নোপোৱাৰ বেদনাকে বেদনা বুলি ল'লে
কান্দোন যে নহব দূৰ
পোৱাবে আনন্দতে নিজকে বিলাই দিলে
হাঁহিৰ যে নপৰে ওৰ
গা গা আজি গাই যা এই গীতকে গা
যা যা নাচি নাচি হাঁহিত মিলি যা !

—o—

হেপি বাৰ্থ দে টু ইউ
হেপি বাৰ্থ দে টু ইউ।

জিলিমিলি জিলিমিলি মিলিজুলি চোৱা ভাই
বিজুলীবে চাকিবোবে চকু পিৰিকাই ॥

আমাৰ বাইদেউৰ খোপা ওখ যেন বাবাজীহে
আইতাই ওঁঠত দেখোন ৰঙা ৰঙ ঘঁহে
ককাৰ মূৰত পকাচুলি এডালো নাই
ক'লা ৰং সানি সানি ডেকা হৈছে ভাই ॥

পুৰণি ওৰণি উৰি উৰি পৰি যায়
বতাহে কথা নুশুনে বৰ খং খাই ॥

দিনে দিনে মাহ জানা মাহে মাহে বছৰ
বছৰে বছৰে আমি হওঁ যে ডাঙৰ
সেই কাৰণে ডাঙৰ বোৰে ভয় খাই
আমি গোট খালে গহীন হৈ যায়
ৰঙা নীলা ৰঙা লাইট জিকমিকাই
জন্ম দিনৰে যেন ফুলৰে শৰাই ॥

—o—

শিল্পী—দ্বীপেন বৰুৱা, নিৰ্মলা মিশ্ৰ

ওৰণীৰ তলেৰে মিচিকিয়া হাঁহি
মাণিক মুকুতা সৰে,
তোমাৰ মুখলৈ চাবকে নোৱাৰি
জালুক জলকীয়াই পোৰে ।।

মই মৰি যাওঁ—তোমাক দেহা ক'ত পাওঁ
দিখৌয়ে উজাই যাওঁ দিহিঙে দিপাঙে চাও
তোমাৰ মান শুৱনি নাই

এদিন দুদিন কৰি মাহ পাৰ হ'লে
বছৰেকত দিলেহি ভৰি
নিও নিও বুলি নিব নোৱাৰিলো
পুৰুষৰ জনমটো ধৰি ।।

নাযাবি নাযাবি পতিয়ন নাযাবি
গাভৰুৰ ছলাহ কথা
মুখত এটা ক'লে পেটত এটা ৰাখে
দেখুৱাই লগাই তোক বেথা ।।

ভোমোৰা কলীয়া তেনেই ক্ষন্তেকীয়া
মৌ চুহি চুহি উৰি যায় ।
পুৰুষৰ জাতিটো তেনেই ছয়াময়া
আপোনকৈ পাবলৈ নাই ।।

তই যে ৰাংঢালী বৰ কথা মাতিলি
আলাসত পাতিলি চাং
গ'ল ৰাতি কেলেই ওলাই মাত নিদিলি
দুৱাৰত কেলেই দিলি ডাং ।

দেউতা আছিলে চ'ৰা ঘৰৰ মজিয়াত
আয়ে ৰান্ধিছিলে ভাত
ৰৰটো ককায়ে কাঠি গুলাই আছিলে
কেনেকৈ লগাওহি মাত ॥

—০—

শিল্পী—দ্বীপেন বৰুৱা কথা—প্ৰফুল্ল বৰা

লাজ কিয় লাগে চকু কিয় কঁপে
চাওঁকি নাচাওঁ বুলি চাবকে নোৱাৰে
লাজ লাগে, তোমাৰ লাজ লাজে
কিয় লাজ লাগে, অ' তোমাৰ লাজ লাজে ।

চুলিটাৰি আউলি বাউলি
বতাহতে খোপা পৰে খুলি
অবুজ মৃদু বতাহ জাকে কিয়
ঘনে ঘনে কৰেহি আমণি ।
খং কিয় উঠে ওঠ কিয় কঁপে
কওঁকি নকওঁ বুলি ক'বকে নোৱাৰে ।

কপালৰে সেন্দুৰৰে ফোঁটটি
জিলিকে যেন আবেলিৰ বেলিটি
হাঁহি নহয় আকাশৰ বিজুলী
মন নহয় মৰমৰ মাধুৰী
হাঁহো হাঁহো কৰে হাঁহিব নোৱাৰে
চাওঁকি নেচাওঁ বুলি চাবকে নোৱাৰে
লাজ লাগে ? কিয় লাজ লাগে ॥

—০—

## চিকমিক বিজুলী

পৰিচালনা, কথা সংগীত— ভূপেন হাজৰিকা
শিল্পী—কিশোৰ কুমাৰ, ভূপেন হাজৰিকা

পক্ষীৰাজ ঘোড়া খট্ খট্ খটকৈ দৌৰা
মোৰ কপাল ফটা পাখী দুখনো কটা
উৰি ফুৰিবৰ নাই মন
কাৰণ ধৰাতে জনগণ ।।

অনিৰুদ্ধ নহওঁ ৰোমিও লখীন্দৰ
নহও মজনু কিম্বা জুলিয়াচ চীজাৰ
কুম্ভকৰ্ণৰে দৰে নিদ্ৰা ঘোৰা
ৰাইজক জগাই তোলোঁ।
দানৱৰ সমাজতো মানৱ বিচাৰি
বজাৰত থিতাপি ললোঁ
মই মানুহকে ভালপোৱা ৰূপহে কুমাৰ ।।

স্বৰ্গ এৰা এক ৰূপ কুমাৰী
আহিছো মৰতলৈ প্ৰেম বিচাৰি,
স্বৰ্গত ইন্দ্ৰই থপিলে কিমান
বৰুণেও মিছাতে কান্দিলে ইমান
স্বৰ্গ এৰা এক ৰূপ কুমাৰী
আহিছো বজাৰলৈ প্ৰেম বিচাৰি।

মই এন্ধাৰৰ ৰজা ইয়েঃ ইয়েঃ
এন্ধাৰ লাগে মজা
যা যা ৰজা খা গজা পাবি মজা
মই জ্যোতিক কৰি দিওঁ নষ্ট
ভাল মন ভাল কাম দেখি পাওঁ কষ্ট

সুন্দৰ কোঁৱৰ আৰু কণৰ কুঁৱৰীৰ
মিলন নহয় মোৰ পছন্দ
দুয়োটাকে কাটি কুটি কৰি দিম লণ্ড ভণ্ড
খবৰ-খবৰ খবৰদাৰ—
আহ ক'লা ক'লা বজাৰত
এন্ধাৰ দিও অনবৰত
এন্ধাৰ যোগান ধৰি যাওঁ
তাৰবাবে কিছু কমিচন পাওঁ
আহ দে যুদ্ধ—খবৰদাৰ খবৰদাৰ
খবৰদাৰ খবৰদাৰ হুচিয়াৰ।

জ্যোতিৰে লগতে এন্ধাৰে যুঁজিলে
এন্ধাৰ যায় যে ভাগৰি
মানুহ নমনা এন্ধাৰ নৃপতি
যায় চুচৰি বাগৰি
কণৰ কুমাৰ হলো শিৱ জটাধাৰী

জগতিৰ গতি মই দুষ্কৃতি নাশো মই
সমাজক এন্ধাৰে ঢাকেহি যেতিয়া
তেতিয়া কি হয় তেতিয়া কি হয়
যুগে যুগে বিজুলীয়ে হাঁহিব যেতিয়া
তেতিয়া ভাল হয় তেতিয়া ভাল হয়;

স্বৰ্গ এৰা দুটি মিঠা মন
দুটি মনে একে মনে সেৱে জনগণ।
দেৱলোকত মেনকা ৰম্ভাই ঠেলে
উৰ্বশীয়েও এৰা দিম বুলি ঠেক ভাগে
মই পিচে মঠৌঁ সুন্দৰ কুমাৰ
যুগে যুগে লগৰী হমেই তোমাৰ॥

শিল্পী—জয়ন্ত হাজৰিকা

মৃত্যুক সাৱটি সমাধি তলিত
অকলে আছোঁহি শুই
এতিয়া পুনৰ আহিছা কিয়
জ্বলাৰ কলিজাৰ জুই

মৰণ পৰতো আছিলোঁ দেখোন
তোমাৰ বাটকে চাই
তেতিয়া তুমি সময় নেপালা
তোমাৰ আহৰি নাই ।

মোৰ মৃতদেহ বগা কাপোৰেৰে
কোনোবাই ঢাকি দিলে
আন কোনোবাই গঙ্গাজলেৰে
দেহাটি তিয়াই দিলে
নিশ্চয় তুমি তেতিয়া আছিলা
আনৰ মৰম ছুই
মই আছিলো ক্ষণ গণি গণি
আশাৰ বুক কই ।

চিৰ শান্তিৰ কোলাত আজি
পালো মোৰ বিচৰা ঠাই
তুমি কিয় বাক এতিয়াও মোক
জোকাবলে এবা নাই ?
জীৱন পৰৰ কাহিনী সামৰি
তুমি যোৱা কিয় নাই
জীয়া মায়াৰ বান্ধ খুলি ললো
মৰণ লোকলৈ পাই ॥

নোজোকাবা মোক মিছা হাঁহি মাৰি
ভাল পাওঁ বুলি কৈ
এতিয়াতো পাৰ হবতো নোৱাৰোঁ
অসীম মৰম লৈ ।

—০—

শিল্পী—ভূপেন হাজৰিকা/মুকেশ

ঘৰ আমাৰ মাটি হয় মাটিয়েই ঘৰ
বাটেই আমাৰ আপোন হয় আপোনেই ঘৰ ।

এটি মিঠা জীৱন এটি জীৱিকাৰ বাট
ৰাজপথে এৰাবাটে এৰাৰি মৰমী মাত
বিচাৰোতে দিন যায় কৰি দাম দৰ ।

চোৰাং ক'লা বজাৰতে বহু ক'লা ধন পাবা
এন্ধাৰ এন্ধাৰ গুদামতে কুবেৰৰো ধন পাবা
তেনে পাপী কুবেৰৰ নহওঁ আমি অনুচৰ !

খাটি খাটি অৰ্জা ছুটি নিকা শুদা ভাত
এজোৰ মাথোন কাপোৰ থাকে যদি এই গাত
তেতিয়াই পাওঁ দেখোন প্ৰেৰণা মনৰ ॥

এন্ধাৰ ক'লা আকাশতে বহু ক'লা মেঘ পাবা
বিচাৰিলে তাতো চিকমিক বিজুলীৰে ৰেখা পাবা
তেনে জেউতিৰ হ'ম আমি অনুচৰ ।

সোণৰ গঢ়া সজা এটিত বুজিবেই যদি
কৰে আজি কোনোবাই আমাকো বন্দী
তেনে সজা ভাঙি গাম গীত আকাশৰ ।

—০—

শিল্পী—ভূপেন হাজৰিকা, সুমন কল্যাণপুৰ

মিলনৰ এই শুভ ক্ষণ
পখিলা উৰাদি উৰে মন
মৰমৰে এই আৱাহন
জীৱনৰে মধুৰ লগন ।

লাজৰে বান্ধোন খুলি যায়
বুকুৰে সহাঁৰি পায় পায়
অমৃতময় এই আলিঙ্গন যেন
হৰ গৌৰীৰ মহামিলন ।

দয়াবতী পাৰবতী আই
নধৰিবা দোষ দায়
তোমাৰ আশীষ মাগিছো
তোমাৰ শিখৰে নাচিছো
উদাৰ মুকুতি পায় ।।

প্ৰণয়ৰে পৰিধি নাই
অসীমৰে সীমাই ৰিঙিয়াই
সত্যম শিৱম সুন্দৰম
যুগে যুগে আমি ছুয়োঁ ছুয়োতে মগন ।।

—o—

শিল্পী—সুমন কল্যাণপুৰ

বিজুলীৰ পোহৰ মোৰ নাই
(তথাপি) একাৰে মোলৈ ৰ লাগি চায় ।।

[illegible] নাচিবৰ তেনেই উদং হয়
[illegible] [illegible] বতাহ [illegible] [illegible] ।।

কোনেনো কাহানি বচিব কাহিনী
আমাৰ চকুলো লৈ
কাৰোযে চেতনা নাই
আজৰিও নাই, আহৰিও নাই ।

নিশাচৰ পিশাচৰ মুখা খুলি যায়
আমাৰ বুকুৰে উমৰ
ওঁঠৰে উমৰ পৰশণ পাই ॥

—০—

শিল্পী—ভূপেন হাজৰিকা

শম্মা থাকিলে জৰুৰ জৰুৰ
পৰোৱা না যে আহিবই
বিজুলী দেখিলে আচমান খনো
জিলিকি জিলিকি উঠিবই ।

মনৰ কাপোৰ ফাটি গ'লেও
মহব্বতে চিলাবই
দুটা দিলৰ দুই ইনচানক
নিকাহে এটা কৰিবই ।

এই জোৰা পাতজোৰা
জোৰা ই মামুলী নহয়
ই আলী আৰু ফাটেমাৰ জোৰা
জোৰা কায়েম থাকিবই ।

খুব বৰ দিগাৰক দোৱা মাগিছো
জীন্দগী সুন্দৰ হবই,
বিজুলী দেখিলে আচমানবো দিল
চমক চমক কৰিবই ॥

—০—

# অপৰাজেয়

পৰিচালনা—চতুৰঙ্গ

সংগীত—সলীল চৌধুৰী

শিল্পী—খগেন মহন্ত, বীৰেন দত্ত,
অপূৰ্ব দাস, ৰামেশ্বৰ পাঠক, প্ৰভাত শৰ্মা

কথা—প্ৰচলিত

এনুৰা বসন্তে অ' প্ৰাণ কলৈ উৰি যোৱা হে
কলৈ উৰি যোৱা প্ৰাণ মলয়া বতাহে;
হাঁহিছে প্ৰকৃতি চোৱা কি প্ৰেমে মাতোৱালে
যৌৱনৰে প্ৰেমোন্মাদে মাতোৱাল পৰাণহে।

হৰি এ হে আহাৰে অ' কি হৰি হে।
অৰ্জ্জুনৰ ৰথৰ সাৰথি নাৰায়ণ হৰি এ
দুৰ্যোৰ সাগৰ সেন্য বল কৌৰৱৰ হৰি হে
দ্ৰোণ ভীষ্ম কৰ্ণ তাতে কুম্ভীৰ মগৰ হৰি হে।
মোৰ পিতামহ বৰ্গে কৃষ্ণ নৌকা পাই হৰি হে
লীলায়ে তাৰিলা তাংক গো খোজ পৰাই হৰি হে।
মোৰ দেহা দহিলে দ্ৰোণীৰ ব্ৰহ্ম সৰে হৰি হে
ৰাখিলা মাধৱে পশি গৰ্ভৰ ভিতৰে হৰি হে
[illegible] জুৰ বা হা হা ৰেচ

অ' হৰি হে এ হে হৰিহে এহে
হৰি ৰাম ৰাম হে হৰি হে এহে
অ' ভাস্ৰ হৈছো হৈছো হৈছো

কি চাই আছিলা ভাৱা কি এ হে
ৰাৱণে হৰি নিলা সীতা কি এ হে
কি চাই আছিলা… …
অ' ৰাম অ' হৰি হে জুৰ বা হা হা ৰেচ

শিল্পী—লতা মঙ্গেশকৰ কথা—ফণী তালুকদাৰ

আকাশ অ' আকাশ
মোক এমুঠি আকাশ দিয়া
মাটিৰ বুকুত উচুপে মোৰ
আকাশ পিয়াসী হিয়া
দিয়া, দিয়া, মোক এমুঠি আকাশ দিয়া।

মাটিৰ মৰম লৈ আকাশ ধিয়াই
কমোৰা তুলাৰ দৰে মন উৰি যায়
যায় আকাশ ধিয়াই।

এবুকু চেনেহ লৈ হে আকাশ
পৃথিবীকো ৰঙেৰে বোলাই দিয়া
আকাশ অ' আকাশ
মোক এমুঠি আকাশ দিয়া॥

—০—

শিল্পী—খগেন মহন্ত, বীৰেন দত্ত,
ৰামেশ্বৰ পাঠক
কথা—কেশৱ মহন্ত

ডাঠি ধৰিবি অ' নৌকাৰ গুৰি ভাই
ইকুল ভাঙি পাগল নদী সিকুল মুখে যায়।

নদী কোবাল বতাহ কোবাল কোবাল হাতৰ বঠা
আৰু কোবাল আছিল বন্ধু মনৰ গুপুত কথা
মাজ পানীত ঢৌ উঠে পাৰত খুন্দা খায়
বুকুৰ মাজৰ ঢৌ বন্ধু বুকুতে মাৰ যায়॥

অ' বন্ধু নদী কিমান দ
ছবি মাৰি কব পাৰি মনব কথা ক।

এই নদীৰ দুয়ো পাৰে থিয় থিয় গৰা
তোৰে বুকুত হালে জালে লাহী কছুৱা ভৰা
বনত জুই লাগিলে বন্ধু চালেই দেখা পায়
মনৰ জুই দেখিব কোনে খুলি খুলি খায়।

—o—

শিল্পী—মান্না দে, সবিতা চৌধুৰী

আলিৰ ধাৰে লাল লাল লাল শিমুল গো,
জবামণি সোনা যামাৰ
কাহা হাৰাইল'ৰে কাহা হাৰাইল
মৰদনাৰে মৰদতুই কান্দছ কেনেৰে
মিছামিছি যৌৱন হামাৰ কান্দিয়া যায় ৰে
কান্দিয়া যে যায়।।

শিশিৰে কি ফুটে গো ফুল বিনা বৰিষণে
বচনে কি মানে গো মন বিনা দৰশনে
নাচি নাচি হাসি হাসি খেলো সাথী ৰে
ঘৰতে ননদী জাগে পোহায় ৰাতিৰে
ৰাতি যে পুহাই ।

নাচি নাচি হাসি হাসি খেল সাথীৰে
আজি বাদে কালি হৈবেক হামাৰ সাদী ৰে
সাদী যে হামাৰ ।।



## মুকুতা

পৰিচালনা—ব্ৰজেন বৰুৱা
সংগীত—ৰমেন বৰুৱা

শিল্পী—দ্বীপেন বৰুৱা, অনিমা চৌধুৰী
কথা—কেশৱ মহন্ত

ইমান মৰম কিয় লাগে
বুকুৰ আপোন মোৰ চাগে'
মোৰ আকাশৰ জোনালী
আপোন আপোন কিয় লাগে
বুকুত সপোন কিয় জাগে
এই সপোন যেন সোণালী ॥

যি চুপহিৰ পাহি মেলা নাই
সিতো ৰূপহী হোৱা নাই
যি চাৱনিত চকু তিতা নাই
সিতো লাৱনি হোৱা নাই
জীৱন মধুৰ হব পাৰে
যদি তোমাৰ ভালপোৱাই
পাতে হিয়াত দীপালী ॥

যি দুচকুৰ ভাষা বুজা নাই
সিতো বিয়াকুল হোৱা নাই
যি অম্বাতৰ মাত শুনা নাই
সিতো কাৰলে' অহা নাই
জীৱন মধুৰ হব পাৰে
যদি তোমাৰ ভালপোৱাই
কৰে জীৱন ৰূপালী ॥

শিল্পী—দীপেন বৰুৱা, অনিমা চৌধুৰী কথা—পৰম্পৰাগত

মিছা নৰতনু দেহা মিছা ধন দিয়া প্ৰভু
পাতি থৈছা বেহা প্ৰাণ গোপাল অ'

এ প্ৰাণ গোপাল পাতিলা মায়াৰে খেলা
অ' মোৰ দয়াল অ'—
এক গুটি ঘৰ যিবা খাবৰ জীৱৰ আছে
সিও ঘৰ লৈয়া গৈল ধুমুহা বাতাসে।
ঘৰগুটি বান্ধে মনাই দুৱাৰ খানি ছান্দা
আপোনাৰ ঘৰ এৰি পৰক লাগি কান্দা॥

কৰ্ম্ম দিলা পান্তি পান্তি মাৰলী দিলা জুটা,
ভালমতে লগাই থৈছা একেযুৰি খুটা।
চাৰিফালে বেৰা দিয়া কৰিলা আন্ধাৰ
ন-ফালে লগাই থৈলা ন-খানি দুৱাৰ।

ন-ফালে বহি আছে নওটি দুৱৰি
তাৰো মাজে বহি আছে পূৰ্ণানন্দ হৰি।
একগুটি কন্যা আছে ঘৰৰ ঘৰনী
তাৰো সঙ্গে যিটো নাযায় সিটো মহামুণি।
আৰু এক নদী আছে বয় তীক্ষ্ণ ধাৰে
কাল বিকাল দুটি পক্ষী ইপাৰে সিপাৰে।

উৰি গৈলে ৰাজহংস পৰি ৰৈল পাখি,
সিও দেহা পৰি ৰৈল যমুনাৰ বালি।

কহয় মাধৱ দাসে এহি তত্ত্ব সাৰ,
গুৰুৰ চৰণ বিনে গতি নাই আৰ।

শিল্পী—দ্বীপেন বৰুৱা কথা—নৱকান্ত বৰুৱা

কোনে আজি আবেলি
মৰম নিলেহি তুলি
এই বেলুনে ৰঙা বেলুনে
দূৰণীৰ মেঘলৈ আকাশৰ বুকুলৈ ॥

তেনে বেলুনত উঠি
জোনলৈ ওলোৱা
জোনৰে পিঠিতে তবলা বজোৱা।
বাক ৰাম এতিয়াই
পিকনিক খাম এতিয়াই
তোমাৰে বেলুনটি ডাঙৰকৈ সজোৱা ॥

নামি আহিবা কেনেকৈ ?
মনত পৰিলে ঘৰলৈ
এই মাটিয়ে টানি আনিব
মায়া জৰীৰে আকৌ মাটিলৈ।

সেৌ আকাশে যদি
তৰাৰে ফুলৰে
জিলিকা পাপৰি দিয়েহি চটিয়াই
আমি বন ফুলৰে
চিনাকি সুৰভি
আকাশৰ পিনলৈ দিয়েৰে উকৱাই

তেতিয়া গুণ গুণাব
ক'ৰবানো মৌ মাখি
আমি নেজানো আমি নেজানো
মৰো নেজানো কোনেও নেজানে ॥

—o—

শিল্পী—দ্বীপেন বৰুৱা কথা—নবকান্ত বৰুৱা

এখন নেনেখা নদীৰ সিপাৰে
ফুলিছে হাঁহিৰ শেৱালি।
মই চাই থাকো ইপাৰৰ পৰা
নোৱাৰো আনিব বুটলি॥

সপোন সূতাৰে গাথিব নোৱাৰি
দিঠক ফুলৰ মালা,
আশাৰ ফুলৰ বনত কেৱল
ভুলৰ হুলৰ খেলা;
মোৰ পদূলি যে এন্ধাৰে ভৰা
দূৰত দেখিছোঁ দেৱালী॥

আজি পাৰ হৈ দেখিলো এন্ধাৰ
প্ৰদীপ নুঠেযে জ্বলি,
ফুলৰ ৰেণুৰ লগত মিহলি
পুৰণি বাটৰ ধূলি;
চিনাকি সুৰভি বিচাৰি বিচাৰি
মিছাতে আকাশ খিয়ালি॥

—০—

শিল্পী—অনিমা চৌধুৰী আৰু সঙ্গীবৃন্দ কথা—কেশৱ মহন্ত

ৰং উমলি আছে মেঘৰ মাজে মাজে
ৰং উমলি আছে নদীৰ ভাজে ভাজে
ৰং উমলি আছে ফুলৰ পাহে পাহে
অ' ৰং বোৰে আমাক দেখি
মিচিক মাচাক হাঁহে॥

বং চণ্ডীয়া মন আমাৰ
অ' পখিলাৰ পাখি
গুণ গুণ মৌ গোটাও
আমি মৌ মাখি
নৈৰ দৰে বৈ থাকো
ক'তো নিজিৰাও
এক্কাৰ বেয়া লাগে আমি
পোহৰ ভাল পাওঁ
আমি ভাল পাওঁ দেখিছে
বেলি ওলাই আছে
অ' বং বোৰে আমাক দেখি
মিচিক মাচাক হাঁহে ।।

মেঘৰ মাজত বেলি সোমাই
খেলে লুকা ভাকু
বতৰ মাজত খং সোমালে
বং শিঙা ফুকোঁ
মিলি জুলি নাচো আমি
মিলি জুলি গাওঁ
নিজৰাবে খিল খিলাই
বতত জপিয়াও
টিবিপ্, গিবিপ্, খোজ আমাৰ
কিহৰ লাহে লাহে
অং বং বোৰে আমাক দেখি
মিচিক মাচাক হাঁহে ।।

—০—

## ওপৰ মহলা

পৰিচালনা—জীতেন শৰ্মা
সংগীত—শ্যামল মিত্ৰ

শিল্পী—শ্যামল মিত্ৰ
কথা—বহু গুপ্তা

খিলৌনাৰ খেল দেখাওঁ
হাঁহি বিলায়ে যাওঁ
যাৰ ঘৰত হাঁহি নাই
আহা হাঁহি দিওঁ ॥

আহা ভাইটি আহা পুতলা লোৱা
আহা ভন্টী আহা গুড়িয়া লোৱা
এই বেলুন লোৱা
এই চিৰীয়া লোৱা
ঘৰে ঘৰে হাঁহি বঢ়োৱা ॥

এই বাগান খনি সজালে কোনে
এই ফুলনিৰ শোভা বঢ়ালে কোনে
এই বোকোচাত হাঁহা
এই কু কুভা খেলা
কণ কণ হঁতে সজালে ॥

যাৰ ঘৰৰ শিশুৰ হাঁহি ফুটা নাই
যাৰ ফুলনিৰ ফুলে পাহি মেলা নাই
এই বেলুন লোৱা
এই পুতলা লোৱা
ঘৰে ঘৰে হাঁহি বিলোৱা ॥

—o—

শিল্পী—শ্যামল মিত্র, চিপ্রা বোস কথা—বস্থ ওজা

আজি যে মন আমাৰ চঞ্চল হৈ উঠে
মনে মনে প্ৰাণে প্ৰাণে কৃষ্ণচুড়া ফুলে।

কোনে যেন মনৰ পথত
বকুল সিচিঁ দিলে
সেই বকুলৰ সুৰভিয়ে
জীৱন উতলা কৰে
এই ফুল নিচিঙিবা সুৰভিহে মাথোন লবা ॥

আজি যেন মন চাপৰিত
চেনেহ নিজৰা নামে
সেই চেনেহৰ নিজৰাৰে
জীৱন তৰী চলে
ছুটি মন ছুটি প্ৰাণে একটি সোঁতত ভাহে ॥

—০—

শিল্পী—কৃষ্ণা ৰয়

মন মোৰ মাজে মাজে ৰিঙা ৰিঙা লাগে
ক'ৰবালে অকলে যাম যেন লাগে ॥

ফুলে ফুলে ৰেণু আছে মনে মনে আশা আছে
আশা ৰেণুই লুকা ভাকু খেলে আঁৰে আঁৰে ॥

কোনে আহি মন মমুৰীৰ
মনৰ বতৰা লব
কোন খণিকৰে মোপোৱা পোৱা
বাটৰ বতৰা কব
প্ৰাণহীন পুতলায়ো দিয়া লোৱা খেলা খেলে
মোৰ মন পথাৰৰ খেলা মাথো ভাগে ॥

—০—

## মানব আৰু দানব

পৰিচালনা ইন্দুকল্প হাজৰিকা | সংগীত জীতু—তপন
শিল্পী—অপুৰ্ব দাস | কথা—নুৰুল হক

ঘৰ ভাঙিলেও মন নাভাঙিবি
সাধু সন্তই কয়,
চকুলোৰ মালা গাঁথিব জানিলে
জীৱন মধুৰ হয় ॥

বিপদ বিলৈ অহা নাই কাৰ
কোনে বা পৰা নাই দুখত ?
ৰাম ৰঘুবৰ জানকী সীতা
ভূগিছিলে বনবাসত
সতী সাবিত্ৰী শৈব্যাৰে কাহিনী
পাহৰিছ কিয় তই
চকুলোৰে মালা ... ... ... ॥

ভাগিব নিদিবি চিগিব নিদিবি
সাহেৰে বান্ধিল মন
নেওচি বিঘিনি ধুমুহা গাজনী
কৰিল জীৱনৰ পণ
জীৱন বেহানী বেহাব জানোতাই
একোলে নকৰে ভয়
চকুলোৰে মালা .... .... ... ॥

—★—

শিল্পী—আৰতী মুখাৰ্জী কথা—নিৰ্ম্মল প্ৰভা বৰদলৈ

একে একে দুই হলে দুয়ে দুয়ে কি ?
চাৰি— ।
'অ'ৰ পাছত 'আ' হলে 'আ'ৰ পাচত কি ?
ই—
চৰাইটো সেউজীয়া ঠোঁটটো ৰঙা
শিকালেই কথা কয় নামটো কি কোৱা ?
ভাটৌ— ।
ফুলে ফুলে ভোমোৰাই কি খায় জানা — মৌ—
মৌ—
পুৱাতেই হালধীয়া ফুল কি জানা ?
বেলি— ।
লা— লা— লা—
মিছা মাছৰ ঠেং চুটি মিছা কথা কৈ
কি গীত আছে বাৰু বগলীটো লৈ—
বগলী ঐ সবাহলৈ নগলি কিয়
গৈছিলো গৈছিলো বাটতে বৰষুণে পালে
এ ঘৰৰ ঘৰতে সোমাব খুজিলো
চেংদৈ কুকুৰে খালে
ছেই কুকুৰ ছেই নাহিবি জপনা দেই ।
আহত নে জৰী বগৰীৰ গুড়ি
ক'ৰ পৰা আহিলা অ' কুঁজি বুঢ়ি ।।

★●★

শিল্পী দ্বীপেন বৰুৱা আৰতী মুখাৰ্জ্জী

কথা নিৰ্ম্মল প্ৰভা বৰদলৈ

কি মোক নালাগে
মৰম নালাগে
যোৱাগে' বুলিছা যাওঁ।
সৌ দূৰ দূৰণীত
আপোন বিচাৰি
বিদায় মৰমী যাও।

এই কি যে তুমি একোকে নুবুজা
নুবুজা নোকোৱা ভাষা
নয়নমণিত অশ্ৰু হাঁহিত
পঢ়ি চোৱা সেই লিখা
নুশুনা জানো গোপনে হিয়াত
গভীৰ গীত কি গাওঁ।

সৌ দূৰ দূৰণীৰ পৰাতো নুশুনি
কাষলে আহাচোন চাও
মই তো মই হৈ নাই—
মই যে তুমি হৈ গলো
তোমাৰ হিয়াত মোৰ সত্বা
সুৰে সুৰে আছে গথা
পথে পথে আছে সুৰভি বহন
নিবিড় গীত কি গাও।

কি মোক নালাগে ... .... .... ।।

★×★

শিল্পী – বনশ্ৰী, দ্বীপেন কথা নুৰুল হক

মনে মনে তুমি কাক মন যাচিবা
কানে কানে তুমি বাক গান শুনাবা।
আলসুৱা মনটি আশাশৰ জোনটি
তোমাৰে মনতে সেইটিনো কোনটি
কোৱানা সোনটি ॥

বোলো শুনা হেৰা ভাই মজনু
মৰমী লইলিক এৰিলা ক'তনো
সময থাকোতেই লোৱা বিচাৰি
উৰি যায় ক্ষণটি।
আহা সুৰে সুৰে অলি হৈ গুন গুনাবা ॥

কোনে কি কয় কোনে নো শুনে
উৰনীয়া মনে বাধা যে নামানে
চগা উৰিব শিখা বিচাৰি জ্বলিলে ধৰিত্ৰি
উৰি উৰ শিখাটিক চুমি নো যাবা ॥



শিল্পী – শ্যামল মিত্ৰ কথা নুৰুল হক

পূৰ্বভাৰতীৰ দৃপ্ত কণ্ঠত শুনা নতুনৰে গান
সিন্ধু গঙ্গা কাবেৰী পাৰৰ ভাতৃ মিলোৱা টান।
লঘু নিচাত মত্ত হলে দেশ ৰসাতলে যায়
কৰ্মঠ দুই বাহুৰ বলে বিঘিনি আঁতৰায়
একতা সমতা সততাৰে প্ৰীতি সমাজ গঢ়া
আৰামকে হাৰাম বুলি জাগৃত কৰা প্ৰাণ ॥

ধৰ্মৰ নামত ভাষাৰ নামত আজিও যি লৰে
কুৰি শতিকাৰ প্ৰগতিৰ যুগে তাক হেয় জ্ঞান কৰে
হিন্দু মুছলিম পাহাড়ী ভৈয়ামি থলুৱা বা পৰ
ভেদাভেদ হীন বিশাল ভাৰত
আমাৰ আপোন ঘৰ;
মিলিজুলি আমি যে মাতৃৰ ৰাখিব লাগিব মান ॥



**শিল্পী—আৰতী মুখাৰ্জী** **কথা নুৰুল হক**

কোই জাওৱে উনকো লাওৱে
বালমা আওৱে সজনা আওৱে
ৰসিয়া আওৱে মিতুৱা আওৱে
জিযাৰৱা না ডলাওৱে—সজনা আওৱে ॥
ও পৰদেশীয়া মোৰে মন বসিয়া
ক্যাসে বঁতুৰে মনকি বতিয়া
কিতনে বৰসে বিতে
ভেজী নহী পতিয়াঁ।
হায সুৰতিয়া দিখলাওৱে
সজনা আওৱে—সজনা আওৱে।
দিন ঢল ৰায়ে ৰেন ফিৰ আয়ে
ক্যাসে কাটুৰে কঢ়ি ৰাতিয়া
অঁাসুৱনমে বহে সগৰি উমৰিয়া
ক্যাসে জীয়ুমে বতলাওৱে।
সজনা আওৱে



শিল্পী—দ্বীপেন বৰুৱা কথা নুৰুল হক

মই কোন—?
এই চহৰৰ মস্তানা মই
সবংলাৱে মোক দিৱানা কয়
মই দিৱানা দিল মস্তনা
উঠা উঠা উঠা উঠা চলে গাড়ী মোৰ
অহা আহা যাবা কোন—?

আহা যাবা চান্দমাৰী
পানবজাৰ বাহাৰাৰী
অহা লোল্লা আহা পূজাৰী
আধুনিকা জটাধাৰী
লৰা বুঢ়া একেই যাত্ৰী
কি চহকী কি ভিক্ষাৰী
সকলোৱে যে পায় ঠিকনা ॥
উঠা উঠা ... .... .... .... ।

কি কেৰাণী কি বেপাৰী
আচল মানুহ মেহনতকাৰী
এই দুনিয়াৰ আজব ধান্দা
হৰিৰ ভকত আল্লাৰ বান্দা
কোণ মৰে ছাগল হাড়ে
কোনো মৰে মগুহ ভাৰে
এই দুনিয়া চিড়িয়াখানা
উঠা উঠা .... .... .... ....

●—★

## অৰণ্য

পৰিচালনা সমৰেন্দ্ৰ নাৰায়ণ দেৱ  সংগীত সুধীন দাস গুপ্ত
শিল্পী—মান্না দে  কথা কেশব মহন্ত

দিনৰ পোহৰ ৰঙচঙীয়া ভাল মানুহৰ সঙ্
ৰাতিৰ আন্ধাৰ গম্‌গমীয়া চোৰ মাতালৰ ৰঙ ॥
ৰাতি ক'লা হাবি ক'লা ক'লা গোম সাপ
তাতকৈ ক'লা অৰণিৰ মাজ নিশাৰ পাপ ॥
চোৰাং বেহা কৰি দেহা নিমজ কৰে যি
ভাটিখানাত ৰাতি সোমাই হাবত ঘূৰে সি ॥
নাৰী দেখি মা বুলি দিনত দোৱাই শিৰ
অৰণ্যত ৰাতি সিয়েই বলাৎকাৰী বীৰ
মুকলিত যি দেখা বাপু চব ভাওনাৰ চঙ্ ॥ ★★

শিল্পী—দ্বীপেন বৰুৱা

গুৰ গুৰ গুৰ গুৰ গুৰ গুৰ গুৰ গুৰ
ডম্বৰু বজাওঁ ডম্বৰু বজাওঁ
হাজো ডুবি দেৰগাওঁ—ডম্বৰু বজাও ॥
এই ৰামে বোলে সুগ্ৰীৱ, মই বৰ উদগ্ৰীৱ
বান্দৰ সেনা পাও কি নাপাও
লংকা জিনিবলৈ যাওঁ ॥
মানুহ আৰু বান্দৰ, নাই একো ভিনপৰ
ৰামেশ্বৰত সেতু বান্ধি ৰাবণেৰে যুঁজে
ৰজাৰামে বোলে মই বান্দৰ ভাল পাওঁ।
বান্দৰ আৰু হনুমানো বলী কোন দেওঁৰ মান
হনুমানো ভগবান ৰামৰ শিক্ষা পাই
পশু আৰু মানুহৰ বেলেগ একো নাই
ৰামে বোলে হনুমানৰ সমাম ক'ত পাওঁ ॥ ★★

শিল্পী—আৰতি মুখাৰ্জ্জী, দ্বীপেন বৰুৱা

এই পূৰ্ণিমা ৰাতি
এই পাহাৰৰ দাঁতি
আমি ডেকা গাভৰু নাচো জুম পাতি ॥
আকাশত জোনাকৰ পাৰাবাৰ
বননীত লাগে আজি ঢৌ তাৰ—বিয়াকুল মাটি,
পৰাণত উছবৰ তোলপাৰ
আছা বান্ধি মৰমৰ কোন কাৰ লোৱা কথা পাতি।
বনৰ আন্ধাৰ দূৰ কৰে জোনে
মনৰ আন্ধাৰ দূৰ কৰে কোনে
কোনে কাণে কাণে কয় আহি
গীত গাই নাচা হাঁহি হাঁহি—জাক পাতি পাতি ॥
কোনে কয় পৃথিবীৰ আন্ধাৰ
কৰা কৰা পোহৰেৰে শেষ তাৰ শুনা কাণ পাতি ॥ ★

শিল্পী—আৰতি মুখাৰ্জ্জী

শিলে শিলে ঠেকা খালে নিজৰাৰে পানী
এচেৰেঙা ৰঙা ৰ'দে ৰঙ দিলে সানি ॥
বৰণীয়া বনৰীয়া আলস্থুৱা ফুলে
হালি জালি মন ঢালি কিনো কথা কলে
মমে যে বিচাৰে মন কোনে দিব আনি।
বুকুজুৰ তুমি দূৰ দূৰণিৰ ৰিং
মই নামনিৰ দুখ তুমি ওখ টিং
টিঙে টিঙে কাৰ ৰিঙে তুলি গ'ল ঢৌ
কাণে কাণে কাৰ গানে বৰষিলে মৌ
নাচনী নিজৰা জনী কাৰ পাটৰাণী ॥ —★—

# যোগ বিয়োগ

পৰিচালনা দ্বীপেন বৰুৱা
শিল্পী—দ্বীপেন+পাহাৰী

সংগীত ৰমেন বৰুৱা
কথা কেশৱ মহন্ত

ৰিঙা ৰিঙা অ'—
ৰিঙা ৰিঙা উদং পথাৰ
একা বেঁকা আলি,
হালি জালি অ'—
কোন ৰূপহী কাষত কলহ
যায় হালি জালি
পথাৰ উদং আকাশ উদং
উকুঙা কৰে মন
কাক বিচাৰি কোন আহিল
কাৰ বুকুৰ ধন ।
চমকনি মাৰি চাওঁ নহলো বিজুলী
মই নহলো বিজুলী
জিৰাব খুজিলো মই নাপালো মাজুলী
মই নাপালো মাজুলী
আলসুৱা অ'—
আলফুলীয়া চেনেহেৰে বান্ধিলা মন ।
আচহুৱা বতাহৰ বা উৰণীয়া
অ' বা উৰণীয়া
আদৰুৱা আঁহতৰ ছা জুৰণীয়া
অ' ছা জুৰণীয়া
পাওঁ কি নাপাওঁ অ'
কোনে জানে পাওঁ কি নাপাওঁ
সাঁচতীয়া ধন ॥ ★★

কথা কেশৱ মহন্ত

শিল্পী—পাহাৰী শইকীয়া

পোহৰে কি জানে ৰাতিৰ কি বেদনা
মৰমে নাজানে কিনো কাৰ চলনা ॥

আকাশে ইমান জোনাক
কিয়নো মাটিলৈ নমায়
ৰাতিয়ে ইমান পোহৰ
কিয়নো আছে ওমলাই
বুকুৱে বিচাৰে কাক তুমি জানো জানা ॥
পৰেনে তোমাৰ মনত
ধৰোতে উৰি উৰি যায়
অকনি পখিলাটি সেই
হাততে পায়ো হেৰুৱায়
হেৰালে নাপায় তেওঁ মনেযে উন্মনা ॥

—★—

কথা কেশৱ মহন্ত

দীপেন বৰুৱা

যিদিনা মনৰ ঢেউকা গজিল
নোৱাৰে সজাই আৰু ৰাখিব ধৰি
সিদিনা মনৰ ব'বাগী ভাৱৰ
কমোৱা তুলাৰ দৰে ফুৰে উৰি ॥
পাৰে জানো আকাশে বাকে
সাবটি লব আপোন বুলি
নিজৰে বুকুৰ বাউলী ভাৱৰ
পাৰেনে ল'ব আঁকোৱালি
কোনোবা নতুন নজনা জনৰ
মন পাবলৈ মন হ'ল অঘৰী ॥

সপোন মধুৰ চকুৰ পতাত
মধুৰ কিনো থাকিল লুকাই
নেদেখিলো নেদেখিলো মই
কিদৰে আশাই নিজকে সজায়
তথাপি আশাৰ ৰ'দ কাঁচলিত
জিৰাব খোজ মোৰ মনৰ তৰী ।

★—★

শিল্পী—দ্বীপেন+পাহাৰী কথা কেশৱ মহন্ত

কিয়নো ফুলে আজি বনৰীয়া ফুল
কোনেনো দিলে সানি সোণোৱালী বোল
সোণ শুৱনি ৰূপ দেখি মন বিয়াকুল ।

বতাহে কথা পাতে শুনি কি নুশুনি
আকাশে সাজে পাৰে মনি কি নমনি
বন ব'ৰাগী মন আজি হ'ল বিয়াকুল ।

এজাক বতাহ ধীৰে বৈ যায়
বুকুৰ হেপাহ নিয়ে কঢ়িয়াই ।
এজাক চৰাই উৰি গুচি যায়
মনৰ মৰম বনত বিলাই ।
বন বননি যেন এগছি চেনেহৰে ডোল ॥

অবুজ মেঘৰ কোলাত সোমাই
গোপন বিৰহ উটি উটি যায় ।
এপাহ ফুলৰ অজান মায়াই
মনৰ বনত সুবাস বিলায় ।
প্ৰাণ যমুনা হৈ থৌকি বা থৌ নিজতে বিভোল ॥ ★★

শিল্পী—দ্বীপেন + পাহাৰী

ইমান ধুনীয়াকৈ কোনে সৰজিলে
কোনে নামে দিলে জয়া ।
তোকে আনিবলৈ মনে যে বলীয়া
কৰিব নোৱাৰো বিয়া ॥

আহ তই পিলিঙা যাৱ তই পিলিঙা
বাটৰ মৰে তুৰৰি মন
মোকে ঐ পিলিঙা নিবকে লাগিলে
ভৰিব লাগিব ধন ॥

তোকে ঐ নিবৰে মন
যেনে তেনে কৰি নিমে ঐ সাদৰী
লাগিলে ভৰিমে ধন চেনাই কেচা সোণ
তোৰে সমান হব কোন
অ' চেনাই অ' সোণাই
লাগিলে ভৰিমে ধন ॥

আকাশত উৰিলে দলয়াত ঘুৰিলে
কাৰে জোৰে লগা পাব
তয়ে বে পিলিঙা মোকে নিব খোজা
কিমান ধন ভাঙিব পাৰ ॥

হালৰে বেচিমে চেনাই কাজলা দমৰা
গোহালীৰ বেচিমে গাই
তেওঁ যদি ধনেৰে চেনাই জোৰাব নোৱাৰো
বেচিম সোদৰে ভাই ॥

এই বেলি ধানে হে বান
এই বেলি বহাগত নিব নোৱাৰিলে
দেহালৈ পৰিব টানে মোৰে কেচা সোণ
তোৰে সমান হব কোন
অ' মোৰে সোণাই ঐ দেহালৈ পৰিব টান ॥

এ ভনী জয়া মাই হাতে কি গুৱনী
„ „ „ „ ডবুৱা কটাৰী
„ „ „ „ ডাকে কি ম'হৰে শিং
এ ভনী জয়া মাই এই বোল চেনাই ঐ
„ „ „ „ চিন্তা নকৰিবি
„ „ „ „ ঘুৰি বহাগতে নিয়ে „
„ „ „ তোকে আমিবলৈ—ঐ
তামোল পাণ দিবলৈ—ঐ
মোৰ হ'লে ককাই ভাই নাই ॥

হঁাহে বাটে বুলে লুহুৰে পুহুৰে
পাৰই বাটে বুলে বৈ
আমি বাটে বুলো চেউনী আলিয়ে
লগৰ সমনীয়া হৈ ॥ ★★★

শিল্পী—দ্বীপেন বৰুৱা

টু শ্ৰী নয়ন কাকতি
পি ও নাহৰ জান । মোৰ জান
ভিয়াৰ চাৰ মানে মৰমৰ চাৰ
এবেহেন লাগে মইনা যেন
তোমাৰ মৰমতকৈও ছাৰ ।

উই হেভ বিন প্ৰিজদ টু ইনফৰ্ম ইউ ডেট, ইউ হেভ
বিন চিলেকটেড ফৰ এপইণ্টমেণ্ট ইন আৱাৰ ইঞ্জিনীয়াৰিং
ডিপাৰ্টমেণ্ট - বাঃ বাঃ বাঃ
ইঞ্জিনীয়াৰিং অ' মইনা ইঞ্জিনীয়াৰিং
প্ৰথম মাহৰ দৰমহাৰে তোমাক পঢ়াই দিম
অ' মইনা কেকমণি ঠুৰিয়া
লগতে বিলাতী ইয়াৰিং ॥

ইট উইল বি পুট অন প্ৰবেচন ফৰ টু মাণ্ঠস্ ডিউৰিং
ডেট পিৰিয়দ ইউ উইল ৰিচিভ এ চাম অফ ৰুপিজ
ফ'ৰ হান্ড্ৰেদ এজ ৰেমুনাৰেটন আফতাৰ কম্লিটন অফ
প্ৰবেটন ইয়োৰ চাৰ্ভিচ উইল বি কনফৰমদ এণ্ড চেলাৰী
উইল বি নাইন হান্ড্ৰেড।

নাইন নাইন ভেৰী ফাইন
তোমাৰ মনে গ'লে মোৰো মনে গ'লে
অ' মইনা নেমানো কোনো আইন ॥

এণ্ড ইউ উইল গেট অল আদাৰ ফেচিলিটিচ এচ
প্ৰোভাইডেড বাই দা এক্জিচটিং ৰুলচ অফ
আৱাৰ কোম্পানী।

চেনাই মোৰে ঐ
তেতিয়া তুমি আৰু নৈৰে ঘাটলৈ নৈ
নেলাগে আনিব কলহ ভৰাই ভৰাই পানী
মোৰে পানীমলা ঐ শুনি যোৱা শুনি যোৱা
চাকৰিটো মোৰহলে চৰকাৰী নহয়
চৰকাৰী চাকৰী নেলাগে লাহৰী
নেলাগে তলপৰ ধন
ঘৰতে থাকিবা বনবাৰি কৰিবা
পঢ়িবা ভাগৱত ৰামায়ণ ॥ ★★★

## শেষ বিচাৰ

পৰিচালনা—দেৱ কুমাৰ বসু সংগীত অসিত গাঙ্গুলী

কথা—ৰজত বাজখোৱা, পণ্ডিত আৰ এন ভূষণ

কণ্ঠ শিল্পী—হেমন্ত কুমাৰ, পিণ্টু ভট্টাচাৰ্য্য, ইন্দ্ৰানী গাঙ্গুলী আৰু জুবি

তথাপি তোমাক ইমান মিঠা লাগে
কি কৰোঁ কৰোঁ কি কোৱা,
অনল অনল জ্বালা
তেওঁ মিঠা ভাল পোৱা
কি কৰোঁ কৰো কি কোৱা ?

তোমাৰ কাৰণে লাগে যদি মই
অসীম ধীয়াই যাম
প্ৰেমৰ কাৰণে লাগে যদি মই
অথাই সাগৰ হম
কবিতা কবিতা সাজিম মালিতা
সুৰেৰে বিনন্দিয়া
তথাপি তোমাক .... ... .... ।।

সাদৰী তোমাৰ হৃদয় দলৰ
ছুৱাৰ ৰখীয়া হ'ম
মৰমী তোমাৰ মৰমৰ বাবে
দুখকো সাৱটি ল'ম
প্ৰেমৰ পৰশে নাচিব হৰষে
দুখনি গুজৰি হিয়া
তথাপি তোমাক .... .... .... ।। ★×★

আজি এই বেদনা মধুৰ
মৰমী নিশা
সুৰ জনম হৃদয়ত
নাজানো পথ তথাপি আমি
সপোন বিভোৰ
দৃষ্টি আমাৰ সুদূৰত ॥

ভালপোৱা নহয়তো মাথো আনন্দ
বেদনাৰে জুয়ে জ্বালে জীৱন বসন্ত
অশ্রু নিয়ৰে আনে সুৰভি প্ৰেমৰ
মায়া মৰমৰ ॥

জীৰ্ণ পৃথিৱী ভাঙি শাসনৰ বন্ধন
ব'লা আমি মুচি দিওঁ আলোকৰ ক্ৰন্দন
মিলনে মিলনে সাজো মেলা পোহৰৰ
মেলা পোহৰৰ ॥



ও মেৰে সনম্ জাওগে কহাঁ
ইয়ে মওসম হ্যাসি ঔৰ ইয়ে সমাঁ
পাওগে কহাঁ
অ' মেৰে .... .... .... .... ॥
লা – লা—লা—লা — ॥
জাম ইয়ে ভৰা হ্যায় ইসকো
পী-তে কিঁউ নহী ?
প্যাৰ কে জহাঁ মেঁ মৰকে
জীতে কিঁউ নহী ?
ম্যায় হুঁ জওয়া মেৰা দিলভী জওয়াঁ ॥

দেখ খিল ৰ্যহী হ্যায় ক্যায়সী
দিলকী ইয়ে ক্যলী
প্যাসী মৰ না জায়ে দেখো
নাজোঁ কি প্যাল
ম্যায় হু জহাঁ হৰ খুশী হ্যায় ওহাঁ
অ' মেৰে সনম ·· ··· ···



হেহে · ও··· অও··· অহ ··
অ' মন সপোনৰ দেশলৈ উৰি যা
আহ্হাহা ! জীৱনৰ বতৰা পালি যা
নাই যে ভাবনা পালো যে ঠিকনা
জীপাল জীৱনে মাতে যা-য'— ॥
অ' মন · · ·· ॥

ৰ'দ কাচলিয়ে হাঁহি হাঁহি কয়
জিৰি জিৰি বায়ে মাতি মাতি কয়
কলীয়া কলীয়া বলিয়া এন্ধাৰ
নেওচি আহি যা আহি যা
অ' মন · ···· ॥

ৰঙে ৰঙে দেখোঁ ৰঙালী জগত
ফুল কলি দোলে মৰহা বনত
ছন্দে ছন্দে শত আনন্দে মযো
নাচোঁ যা নাচোঁ যা—
অ' মন ··· ··· ··· ॥



আকাশ আকাশ ভৰা জেউতি সোণৰ
হৃদয় হৃদয় ভৰা দহনে দুখৰ
মৰম মৰম সনা সেউজী মনৰ
মই ভিক্ষাৰী ।
আহাঁ ভাইটি ভন্‌টি
আহাঁ লৰবি লৰবি
আহা জোনটি সোনটি ॥
হিয়া উজাৰি ॥

জীৱন পাতত দেখোঁ ভুল মাথো ভুল
সুখৰ হাটত ভ্ৰমি হেৰুৱালো মূল
ঘনঘোৰ বাৰিষাৰ বানে ওপচায় কূল
মই শ্ৰান্ত মই ক্লান্ত নাই আহৰি ॥
ডাৱৰৰ মাজে মাজে সোণ যে ইমান
চকুলোৰ আঁৰে আঁৰে ৰং যে কিমান
আছে দুখ বিৰহৰ ঢলে তেওঁ জাগে গান
মই ৰিক্ত তেওঁ মুক্ত স্মৃতি সোঁৱৰি ॥

অকলশৰীয়া মোক কয় কোনে কয় ?
অলেখ সুৰিয়া মাতে মাতাল হৃদয়
পালোঁ প্ৰাণ পৰশন অ'ই জিলিকে পোহৰ
উকা জীৱনত দূৰ সুদূৰক যাওঁ বিচাৰি ॥

মৃত্যুৰ বাউলিক ওভতাই দিম
অকণিৰ উমতেই জীয়াই থাকিম
এৰি না যাবা না যাবা দিয়া দিয়া মোক শি-
ৰত ভাগৰক শত এন্ধাৰক যাওঁ পাহৰি ॥



# মৰিচীকা

পৰিচালক—অমূল্য মান্না সঙ্গীত—জীতু—তপন
শিল্পী—আৰতি মুখাৰ্জ্জী কথা—নৱকান্ত বৰুৱা

(হুঁাহি) তুমি জানানে, তুমি জানানে
কিয় প্ৰজাপতি আহি হিয়া নিয়ে গোপনে ॥

এই বননী আকুল কৰি
বগা পখিলী আহেনে নাহে
ফুলে ভাবে ক'লে, কোনেনো খবৰ জানে ?
মোৰ জীৱনৰ পথৰ ধূলি
বুকুৰ আপোন সপোন বুলি
মনে মনে আহি, তুলি লবহি কোনে ?



শিল্পী—বনশ্ৰী সেনগুপ্তা কথা—মুকুল হ'ক

অ' কিয় নেজানো নেজানো মই
মনে মোৰ নাচে কিয়
মই নাচনী মই বিজুলী
মোৰ এই অগণি অগণি চাৱনি
যৌৱনৰ অগনি মনতে
জ্বলা জুই কিয় জ্বলে নেজানো নেজানো মই ॥
এই চিতা জুই
কেনোৱা যোনাকি যোনাকি চিতাজুই
ভাৱনাতে উঠি নাবাবা
জীৱনক তুমি সুবুজিবা
সঁচা কি মিছানো কি ? নেজানো নেজানো মই ॥



শিল্পী—নির্মলেন্দু চৌধুরী।

অ' কি ভেলোরা ক্যান্দিস—
নাকান্দিস নাকান্দিস রে ভেলোরা
কাল রাত্রির কালে

তোর ভেলোরা কান্দোন শুনিয়া
নারয় মন ঘরে রে ভেলোরা।

কখনে না কৈছুংরে ভেলোরা
নাজাসিস মরিচীকা খেদি
মরিচীকা খেদিয়া গৈলেরে
নাইসিরে ঘুরি রে ভেলোরা॥

চতো চতো পাখীরে ভেলোরা
তারো আছে জোরা,
তোরে মোরে দারুণ বিধি
নাই লেখে মোর জোরা॥



শিল্পী—বনশ্রী সেনগুপ্ত কথা—মুকুল হ'ক

ছুম ছুম ছুম বাজে পায়েলিয়া
ধিন ধিনা ধিন নাচে মুরাজিয়া
মনে নাহি মোর কালে উমারিয়া
আজা চাবরিয়া হামরে নগরীয়া।

দেখো গোরা মুখমে বদন ছায়
মনমে তেরা তোরে নগর ছায়
উরে মোরে ঘানি চুমরিয়া॥

আহে শৈয়া মিলনকী বজুরা
মন ভুলায়ে তোহে আজ মিতোরা
সেজ নকর আবে পরদেশীয়া॥



# বিভ্ৰান্ত

পৰিচালক—ফণী তালুকদাৰ সঙ্গীত—মোল'ডিকাৰ হৈ ৰমেন চৌধুৰী
শিল্পী—খগেন মহন্ত, মঞ্জুৰী বৰুৱা কথা—দ্বিজেন্দ্ৰমোহন শৰ্ম্মা

দুনিয়া আমাৰ আস্তানা
দিল মচগুল মস্তানা
জীৱন বাটত কিমান যে বেগানা
তুমিও পলৰীয়া আমিও পলৰীয়া
আজব দুনিয়া জামানা ॥

সৰু সৰু মানুহৰ এয়া যে জীৱন ভাই
সমাজৰ বজাৰত নাই কোনো দাম নাই
দুনিয়া মেহবুব আমাৰ
যদিও আমি আনজানা
প্যাৰ মহব্বত আমাৰ নাই ভাবনা
তুমিও যে অঘৰী আমিও যে অঘৰী
আজব দুনীয়া জামানা ॥

এই সব ভাগাৰাম বেগানা মচগুল
হৰদম জাৱানীত আমিওতো কৰো ভুল
জুলুমত মনজীল আমাৰ
চাৰা দুনীয়া দিৱানা
এই নগৰত আমাৰ নাই ঠিকানা
তুমিও মুচাফীৰ আমিও মুচাফীৰ
আজৰ দুনীয়া জামানা ॥



শিল্পী—প্ৰণতি ফুকন　　　কথা—নিৰ্ম্মল প্ৰভা বৰদলৈ

আজি হাঁহিৰ মজলিচ এই
　　　গোৱা গোৱা গান,
আজি পাহৰি যোৱা দুখ অভিমান।

এই মজলিচ পাতিছো আমি
　　　নাই মিঠা গান
কমু জুমু পয়েল, বাজে মজগুল গান ॥

বাঃ- বাঃ- বাঃ-

অ'—আজি ফাগুন বনত মোৰ ফুলে ফুল
কাক দিম ফুল নেজানো
　　　নেজানো বিলকুল।

তোমাক লাগে নাই নাই নাই
ফুলৰ মৰম জানা জানো হায়
ইমান দৰদ আহা জুখি চাম
ভয় লাগে নেকি নাই বেচি দাম ॥

দুনিয়াত বহু দুখ মিহাতে বেছি সুখ
চকুলোৰ নাই দাম জীৱনৰ গোৱা গান
দুখ যায় হাঁহিবে দুখ যায় নিচাবে
মহব্বত যদি হয় সঁচা দুই দিলেবে,

আজি দিলৰ পিয়ালা লোৱা উপচাই
গুৱা কালিৰ ভাবনা থোৱা আঁতৰাই
আহা খোৱা আঁতৰাই অভিমান
আহা আজি মজা কৰি কৰা পাণ।



শিল্পী—ঋতুপৰ্ণ, মঞ্জুৰী মন্দিৰা, ভাৰতী, আৰিফুন্নিছা

কথা—নবকান্ত বৰুৱা

এই দুনিয়া এখন চিৰিয়াখানা
চকু মুদি থকামানে
গুজৰিলে ভয় যে লাগে ।
মনত পৰেনে মা দেউতাৰ মানা
এনেকৈয়ে দেউতায়ো যে
খং উঠিলে গুজৰি উঠে

সোঁৱা বান্দৰ মাহী আছে দাত কৰচি
আমাৰ মাহীৰ দৰে দিয়ে ওকণি বাচি
চৰ মাৰি দিয়ে কৰিলেই মানা
জাৰ্চী পিন্ধা জেব্ৰা বোৰে
খেলতকৈও ফাউল হে কৰে
উট চৰাইয়ে বেকাৰী হৈ কয় না না ।

জলভৰা আকাশতে উৰে পখী উলাহতে
দেখি মনত বেজাৰ লাগে চকুলো ওলাই ।
আকলুৱা মৰমেৰে হিয়া ভৰে চেনেহেৰে
আলফুলে দিব খোজে আঙুলি বুলাই
আমাৰ মনত পৰে বন্ধ ক্লাচ বোৰলৈ
খোলা এই আকাশৰ তলত বহি ভাবো,
এই দুনিয়া এখন চিৰিয়খানা
সকলোৱে জনা কথা
আজি আকৌ বুজি পালো ।



শিল্পী—মিহিৰ বৰদলৈ কথা নিৰ্মল প্ৰভা বৰদলৈ

এয়া ফাগুনৰে দিন
ৰঙা পাপৰিতে চিন
ফুলেনে মনৰে ফুল
নহয় মিঠা এটি ভুল ॥

ফুলিছে এপাহি ফুল
শিমলু বুলিয়া নহয়,
উৰিছে সুৰভি তাৰ
এটি প্ৰজাপতি নহয়
ফাগুনৰ দুপাহি ফুল
মলয়াতে দিছে গৈ ॥

মনে কি বিচাৰে নেজানো
অজানা ভুমাকে লৈ
দূৰ আকাশৰে নীলাত
উৰেযে পখীটি নহয়
ফাগুনৰ দুপাহি ফুল
মলয়াতে দিছে গৈ ॥

মনে কি বিচাৰে বুজিছো
মোৰ পলাশৰে বনত
তোমাৰ পখীটি আহি
এটি মিঠা দিব গালত ॥



## ললিতা

পৰিচালক—ব্ৰজেন বৰুৱা | সঙ্গীত—ৰমেন বৰুৱা

শিল্পী—দ্বীপেন বৰুৱা | কথা—ব্ৰজেন বৰুৱা

এইখন সমাজ আমাৰ সমাজ
ইউৰো অসমীয়াৰ বাস্তিৱ সমাজ
ইকূল নাপাওঁ আমি সিকূল নাপাওঁ
যেন মাজ পানীত বৈ থকা অচল জাহাজ।

অতিকৈ চেনেহৰ মুগাৰে মেখেলা
তাতকৈ চেনেহৰে বিহা,
তাতকৈ চেনেহৰ টেৰেলিন শাৰীয়ে
গুৰনি কৰেযে দেহা,
Mrs. Kakti—How do you do.
উদং বাহু আৰু উদং পিঠি
নাইলন চুলিৰে লেডী কৈলাসপতি

দিগম্বৰ জঁটাধাৰী লৰ্ড কৈলাসপতি
আহিলে ইয়ালৈ পাব অতি লাজ
এওাৰ কলীয়া ৰঙ হ'লেও
বিলাতী চাহেবী ঢ;
বিহুগীত নেলাগে বৰগীত নেলাগে
গাওঁ আমি মডাৰ্ণ পপ চঙ
Mrs. Potangia—How do you do.
ভাত নাখাওঁ আমি খাওঁ ডিনাৰ লাঞ্চ
পাম্নোচাৰে মুখ মচি নাচোঁ ব'ল ডান্স
গুনা গুনা সৰ্বজন বাম চৰিত বিভোপন
বাম বস পান কৰাত নাই কোনো লাজ।



শিল্পী—অৰ্চনা মহন্ত কথা—কেশৱ মহন্ত

আকনো কিমান মনৰ সপোন মনতে সাজিম
আকনো কিমান ছাঁ জুই খেদি চকুলো ঢাকিম ॥

কিয়নো ফুলিলি আশাৰে কলিটি
কিয়নো মেলিলি পাহি ।
কাঁইটে কাঢ়িছে মোৰ জীৱনৰে
ফুলাম কুমলীয়া হাঁহি;
মনৰ মাণিক পায়ো হেৰুৱাওঁ
কিমান যে কান্দিম ॥
একোলা চেনেহৰ আলফুল উমতে
যি আশা আছিলে শুই
কিয় তাৰ সমাধি কিয় তাত জ্বলিছে
বাৰণৰ এই চিতা জুই
কোনে সুমুৱাব এই জীয়া জুই
কাকনো পাই হাঁহিম ॥



শিল্পী—দ্বীপেন বৰুৱা কথা—ব্ৰজেন বৰুৱা

আঁকিলা মোৰ পদূলিত
সাত বৰণৰ আল্পনা
লাজুকী লাজুক ৰঙে
তুমি যে নিজেই কল্পনা ॥
কঁপালা মোৰ হৃদয়ৰ
শুভ্ৰ সাগৰ কূলৰ পাখি
জগালা মোৰ ফাগুনৰ
স্নিগ্ধ কোমল ওঁঠৰ হাঁহি
জীৱনৰ ছন্দ দিলা অ' অসীমা ছন্দনা ॥

পাপৰি তোমাৰ ফুলৰ
    পৰশ কোমল আলফুলীয়া
ভাগৰি শ্ৰান্ত নহয়
    মোৰ জীৱনৰ মৌ-পিয়া
সেন্দুৰী প্ৰণয় পথত যাত্ৰী আমি উন্মনা ॥



শিল্পী দ্বীপেন বৰুৱা    কথা—কেশৱ মহন্ত

টুপ টুপ টুপলি
পানী পালে মুকলি
সময় গ'ল উকলি
শুই থকা শিয়াল ধৰিব নোৱাৰ হাঁহ ॥

আম আম আম পকা আমে
কৰ্ম্মুটি মাৰিলেই আম সৰি পৰে
কিনো জানো কৰ্ম্মুটি আমত লাগি ধৰে
আমে বোলো নসৰোঁ কৰ্ম্মুটি নপৰো
ক'ত পাম চাচোন লম্বা এডাল বাঁহ
সামান্য আম এটাৰ ইমানটো সাহ ॥

গৰ্ব নামৰ পৰ্বতত উঠি আছিল জোন
সেই গৰ্ব খৰ্ব কৰি জোনত উঠিল কোন
আমটো পাৰিব নোৱাৰে জোনটোলৈ মেলে হেঁপা
বিলাতত উপজি বজায় বিহুৰ পেঁপা
ফুল ফুল চুপহী পাহ মেলি হ ৰূপহী
আজি ফুল ফাইলৈ ফুল ফুল বাৰমাহ
জিলিজুলি উমলিম বাহ্ বাহ্ বাহ্ ॥



## হৃদয়ৰ প্ৰয়োজন

পৰিচালক—গৌৰী বৰ্মন

সঙ্গীত—ৰমেন বৰুৱা

শিল্পী—নীলিমা খাটুন

কথা - কেশৱ মহন্ত

মৰীচিকা এই প্ৰেম এই কল্পনা
দেখা দি লুকায় হায় ছলনা ॥

মন আকাশত প্ৰেম
ক্ষণিকৰ বৰণীয়া ৰামধেনু
যেন অকাৰণে উৰা
আলসত বনৰীয়া ফুল ৰেণু
মায়া মৃগ খেদি খেদি কি লাঞ্ছনা ॥

যাৰ মৰমৰ ছাঁত
জুৰ লয় উৰণীয়া মনে মোৰ
মোৰ কাষৰৰ পৰা
কিয় হায় কিয় সি যে হ'ল দূৰ
আউসীত জোনাকৰ বৃথা কল্পনা ॥



কথা—কেশৱ মহন্ত

শিল্পী—দ্বীপেন বৰুৱা

ইমান চেনেহ ইমান হেপাহ
আছিল বুকু ভৰি
আজি কিয় যাৰ খোজে অকালতে মৰি ॥

এপাহ ফুলৰ কোঁহৰ উমত আশাই নাচিছিল
নাজানো কিয় অবুজ মনত সপোন জাগিছিল
উৰি গুচি গ'ল বান্ধিব নোৱাৰিলো ধৰি ॥
যাৰ জীৱনৰ বেলিৰ পোহৰ মেঘে ঢাকিছিল
তাৰ বুকু লই ভাল পোৱা হায় কিয় আহিছিল
লুৰা সৰি গ'ল শেৱালি ৰাতিৰ মৰম এৰি ॥



শিল্পী—দ্বীপেন বৰুৱা, কৃষ্ণা বৰ্মন           কথা—কেশৱ, মহন্ত

ন সূৰ্যৰ জ্যোতিত জ্বলিছে লক্ষ অগ্নিকণা
হে অভিযাত্ৰী কৰা আজি এই সূৰ্য্যৰে বন্দনা ॥

এই জীৱন হাঁহি হাঁহি যদি অকালতে মৰহি যায়
প্ৰাণ পদুমৰে পাহী যদি চোকা ব'দে শুকুৱায়
এই বঞ্চনা হ'ক তেনে কত্ৰবীণা ॥

কাল ধুমুহাৰ ঢৌ লাগি কঁপিছে পুৰণি পাৰ
যত পুৰাতন ভাঙা ভাঙা ভাঙি গঢ়া পুনৰ্বাৰ
হে অভিনৱ নতুনক আদৰি আনা ॥

শিল্পী—দ্বীপেন বৰুৱা, নীলিমা খাটুন  কথা—সতীশ দাস

জোনাকৰ এই ঢৌৰে ঢৌৰে
উতলা কৰে আমাৰো মন
সপোনৰ এই সুৰে সুৰে
জীৱন কৰে অনুপম ।

যি উলাহে আঁকি দিলে
ডালে ডালে গছে গছে
মোহনীয়া ফুল কলি
ফুলে ফুলে ইমান ধেমালী
ৰঙেৰে ভৰিল বন উপবন ॥

যি মৰমে আনি দিলে
প্ৰাণে প্ৰাণে মনে মনে
আশা ভৰা মধুগীতি
সময়ে যদি বিচাৰে আজি
আহা হাঁহি হাঁহি বিলাওঁ জীৱন ॥

শিল্পী—কৃষ্ণা বর্মণ　　　　কথা—শ্ৰীমন্ত শংকরদেব

পারে পরিহরি　　করহোঁ কাতরি
　প্রাণ রাখবি মোর ।
বিষয় বিষধর　　বিষে জর জর
　জীৱন নারহে থোর ॥

অথির ধন জন　　জীৱন যৌৱন
　অথির এহু সংসার ।
পুত্র পরিবার　　সবহি অসার
　করবোঁ কাহেরি সার ॥

কমল-দল জল　　চিত্ত চঞ্চল
　থির নোহে তিল এক ।
নাহি ভব ভয়　　ভোগে পরি হরি
　পরম পদ পরভেক ॥

কহতু শংকর　　এ দুঃখ সাগর
　পার কর হৃষীকেশ ।
তুহু গতি মতি　　দেহু শ্ৰীপতি
　ভব পহু উপদেশ ॥



## ভাইটি

পৰিচালনা—কমল চৌধুৰী
সঙ্গীত—অজিৎ সিংহ

শিল্পী—আৰতি মুখাৰ্জী
কথা—কেশৱ মহন্ত

মা অ' মা
কৰা মোক ক্ষমা
নাজানি লগালো জগৰ ।
ইমান আপোন আছিলো তোমাৰ
আজি নকৰিবা পৰ ॥

তোমাৰ হাতৰ আদৰেৰে
তোমাৰ মাতৰ সাদৰেৰে
তোমাৰ কোলাৰ উম লৈ
আছিলো উমলি
নিছিঙিবা নিছিঙিবা
সেই এনাজৰী গছি
আশা যাৰ উৰলি মোৰ মনত ।

আপোনৰো আপোন যিজন
আঘাট দি তাৰ ভাঙিলা মন
ভাবি ভাবি চকুপানী বয় ধাৰাসাৰে
তাকে ভাবি চকুপানী বয় ধাৰাসাৰে
মা অ' মা—
আকোৱালী লোৱাহি আকৌ তুলি
তোমাক এই হাতেৰে কৰিছো কাতৰ ॥



শিল্পী—আৰতি মুখাৰ্জী কথা—কেশৱ মহন্ত

প্ৰভু মোৰ তুমিয়ে প্ৰজিলা
এই জীৱৰে সংসাৰ।
প্ৰভু মোৰ তুমিয়ে কৰিবা তাৰ
পাপী তাপী উদ্ধাৰ।
চকুমেলি চাওঁ প্ৰভু তুমি আছা ক'ত ?
চকুমুদি পাওঁ তোমাক আছা অন্তৰত
অন্তৰ্যামী মোৰ প্ৰভু দয়াৰে আধাৰ ॥
অবোধ আমি অপৰাধী দিয়া সুমতী
তোমাৰ পোহৰ অবিহনে নাই আমাৰ গতি
কৰিছোঁ কাকুতি প্ৰভু গুছোৱা এন্ধাৰ ॥



শিল্পী—আৰতি মুখাৰ্জী কথা—কেশৱ মহন্ত

মই ভয় নকৰো নকৰো কাকো
নিজ হাতে বান্ধো খাওঁ ভোকত নাথাকো ॥
মই লাজ নকৰো নকৰো কাকো
হাতী ঘোড়া সব খাওঁ নকওঁ কাকো ॥
চিলা উৰাও মই ঘিলা খেলো
খেলো আৰু লুকাভাকু
ঘৰৰ বেৰত কলা এঙাৰেৰে
যখিনীৰ ছবি আঁকো ॥
আমি যিহকে নাখাওঁ লাগে যিহকে নকৰো
তোমাৰ তাতে কিয় পৰে চকু
নামাৱলী গাত লৈ পদাৱলী পঢ়াগৈ
শিক্ষি লোৱা বিভচকু ॥



শিল্পী—খগেন মহন্ত কথা—জয়ন্ত বৰুৱা

অ' মায়া ভৰা এই ধৰা
মোহেৰে আবৰা আন্ধাৰে আবৰা
বুলিলে উজুটি খাওঁ ॥
অ' ভাগি পৰা এই হিয়া
ভাগৰি জুগৰি সেয়েহে সাঁজলি
বিষাদৰে গীত গাওঁ
বিষাদৰে বীণ বাওঁ ॥

ক'তো নেদেখিলো চেনেহ মৰম
ক'তো নেদেখিলো মানুহৰ ধৰম
অসাৰ ইখনি দুখৰে সংসাৰ
পাপে ভৰা মাথো পাওঁ
তাপে ভৰা মাথো পাওঁ ॥

বতাহত দুমালে ভকতিৰ চাকিটি
গোসাই মোক নিদিবা শাও,
পাৰ কৰি নিবা তুমি গুৰি ধৰি
এই বুৰোঁ বুৰো নাওঁ
গোসাই মোৰ জীৱনৰ টুলুঙা নাওঁ ॥



# উপজা সোণৰ মাটি

পৰিচালনা—ব্ৰজেন বৰুৱা কথা—কেশৱ মহন্ত

শিল্পী—দীপেন বৰুৱা, পাহাৰী শইকীয়া সঙ্গীত—ৰমেন বৰুৱা

এই ভালপোৱা যদি
হয় ভৰা নদী
মই তাতে ঢৌ হৈ জাগি ৰম।

এই দিয়া লোৱা যদি
হয় নিৰবধি
মোৰ যে বেথা আছে ভাঙি ক'ম ॥

পাওঁ কি নাপাওঁ কোমল মাটি
যাওঁ কি নাযাওঁ চাটি ফুটি
পৰ্ব্বতীয়া শিলনীৰে জুৰি
নাচে থেও ধৰি
অ' পাচে পিচ্ছল ভৰি
মৰমৰ বুকুতে থোপনি লম ॥

বাউলি জুৰিৰ পৰশ লাগি
ভৰা নদী উঠিল জাগি,
থৌকি বাথৌ কিনো কথা কোৱা
ইযে ভাল পোৱা
ইযে আপোন হোৱা!
তোমাকো আপোন বুলি হিয়াতে থ'ম ॥



শিল্পী—পাহাৰী শইকীয়া

কাকিনি তামোলৰ
পাত লবে চবে
মানিকী চকুৱাবো মন লবে,
কোনোবা কাহানিৰ
মাত মৰম সনা
আজিবা কিয়নো মনত পৰে ॥

ছুৱৰি বনবে
পাত নিচিভিবা
মুকুটত মুকুতা আছে,
জীয়ৰী মনবে
ছাঁত নিজিবাবা
পৰলৈ মৰম সাচে ;
সুবুজি নাজানি হাত নেমেলিবা
আশাৰ চুপহি কলিতে সবে ॥

হেকৰা সুৰবে
কি যাদু আছে
আপোন আপোন যেন লাগে
মনত নপবে
ভেউ বাবে বাবে
তাবেহে মায়া জাগে ।
সুৰুজী সুৰীয়া সুৰ উৰণীয়া
সুৰে সুৰে আজি উৰি ফুৰে ॥



শিল্পী—দীপেন বৰুৱা, ৰমেন বৰুৱা, কৃষ্ণা বৰ্মন, পাহাৰী শইকীয়া
নীলিমা খাটুন আৰু বহুতো

অ' আঘোনৰে আলফুলী ৰতাহ চাটি
ৰ'দ কাচলি ললি দেখো আঁচল পাতি
ৰমক জমক হ'লযে আমাৰ
ওপজা সোণৰ মাটি ॥

বেলিৰ চুমা লাগিছে
চিকিমিকি কৰিছে চা-অ',
ৰূপালী কাচিৰে জাক
লিহিৰি আঙুলিৰে পাক ।
আলগুৱা সোণোৱালী থোকে
কাৰলৈ মাতে যে আমাকে
সেই মাততে কেঁহুজালি পুৱাই ৰাতি
সোণৰ বৰণ ৰূপ দেখো তোৰ ।

খামৰ চোঁপাল জিলিকে
পাছুৱাল বাহুতে চা অ'
ডাঙৰীত মুঠিৰে থাক
ভৰা ভৰিৰে কিনো পাক ।
আই অ' পদুলি সাৰা
ঘৰলৈ লখিমী আনৰা
এই লখিমী মুগমীয়া ঘৰ জেউতী
সোণবৰণ ৰূপ দেখো তাৰ
ওপজা সোণৰ মাটি ।



## উপগ্ৰহ

পৰিচালনা—ভবেন দাস
সঙ্গীত—ত্ৰিভু-তপন
শিল্পী—অৰ্চনা দাস
কথা—কেশৱ মহন্ত

চিনাকি চিনাকি কোনে বিভিং মাৰে
শুনি কি নুশুনি চাওঁ বাৰে বাৰে
মন কঁপে ঘনে
কিয় কোনে জানে
তোমাৰ মন কেনেকৈ পাওঁ ?

তুমি দূৰ দূৰণিতে
মোৰ মন কৰণিতে
ফুলিছা পদুম হৈ, অ' কুমলীয়া
মোৰ মন পদূলিতে
আজি এই গধূলিতে
তুমি যে এচাটি বা, অ' আলসুৱা;
কাণে কাণে ক'লে কোনে
আমি ভাল পাওঁ ॥

তুমি মোৰ হোৱা যদি
ভৰ বাৰিষাৰে নদী
চেনেহৰে পাৰ ভাঙি মন উতলোৱা,
মই হ'ম সক জুৰি
নাচি নাচি ঘূৰি ঘূৰি
তোমাতে মিলিম গৈ বিচাৰি নোপোৱা;
মিলনৰে মোহনাতে
হেৰুৱাও পাওঁ ॥



শিল্পী—অৰ্চনা দাস, অনিমা ডেকা

লিবিপ গাবাপ লিবিপ গাবাপ
আগবাঢ়ি বাঢ়ি যাম
কদম কদম তেজ কদম
গুলী মাৰাই আমাৰ কাম।

লেফ্‌ট ৰাইট লেফ্‌ট ৰাইট
কুইক মাৰ্চ্চ কুইক মাৰ্চ্চ
ইমান ডাঙৰ হাত মোৰ ইমান ডাঠ কান্ধ
কোন ক'ত আছ পিঠিত বন্দুক বান্ধ
কাকৈ কোনো ভয় নকৰো গুলী চলাই যাম।

মোক দেখি কোন নকপে নাম নাজানো তাৰ
মই নজোৱান মোৰ সমান শক্তি আছে কাৰ
মোৰ সতে কোন যুজে তাৰ সাহ চাম
কদম কদম তেজ কদম ... ... ...
লেফ্‌ট ৰাইট লেফ্‌ট ৰাইট হণ্ট।



দীপেন বৰুৱা কথা—কেশব মহন্ত

অ' মইনা লোৱাহি আহা
অ' মইনা চোৱাহি আহা
মোৰ ভাত পুতুলা দিয়ান
বগতে বগীয়াল সিয়ান
তোমাৰ যে ডিলিৰ কিমান
মইনা লাগিব কিমান ?

ভাইক লাগে ভনী আৰু মাক লাগে ল'ৰা
ল'ৰা লুৰি নাথাকিলে জীৱনটোৱেই মৰা
উদং ঘৰত সোমাই থাকি কিয় বেজাৰ কৰা
জোলোঙা পৰ্ব্বতৰ সমান
মইনা লাগিব কিমান ?

হৰেক ৰকম খেলনা আছে হাতী আৰু ঘোঁৰা
ৰজা আছে ৰাণী আছে আৰু আছে ম'ৰা
বান্দৰ আছে ভালুক আছে, আছে কইনা দৰা
আছে যে যুজাৰু কিমান,
মইনা লাগিব কিমান ?



শিল্পী—খগেন মহন্ত কথা—মুকুল হক
নিদানৰ সংগীতোৰ কোনে কাঢ়ি নিলে
বুকু সুদা কৰি হায়
সন্তাপে দহিছে চকুলো সৰিছে
কাৰোযে সঁহাৰি নাই ॥

শুনে চাঙে পাতি বালি ঘৰ সাজিলি
দিবিনো কাকে তই দায়,
ধুমুহা আহিলত চাকি গছ জলালি
নিমিষত নুমায়ে যায়, বিধাতায়ো ৰঙ চায় ॥

বুজিও নুবুজ দেখিও নেদেখ
মায়া জোলে বান্ধ খাই
জীৱনৰ বাটতে খোজটি পেলাবি
আগলৈ পাচলৈ চাই, পৰিলে ধৰোতা নাই ॥



# অনুতাপ

পৰিচালনা—অতুল বৰদলৈ

সঙ্গীত—জীতু তপন

শিল্পী—খগেন মহন্ত

কথা—কেশৱ মহন্ত

এক আছিল ৰজা
তেওঁৰ ৰাণী দুগৰাকী
এগৰাকী লাগী আন গৰাকী এলাগী।

লাগী আই কুৱৰী
সাইলাখ গোসানী
এলাগী লচপচী বচকি নাচনী
এক চকু চৰহাৰ
কান্দত পৰি ৰজাই
লাগী লৈ পিঠি দি
এলাগীক ললে চপাই
ইকালে কন্যা এটি জনম দি লাগী
পৃথিবীৰ পৰা গ'ল বিদায় মাগি ॥

তাৰ পিচত মইনাইঁত
গুন কিতো হ'ল
ককাদেউতাক আছি
কন্যাটি লৈ গ'ল
ইতিমধ্যে ৰজাই লিগিৰাৰ মুখে
সকলো শুনি লৈ খঙে বেজাৰ দুখে
এলাগীত খেদি দি কন্যাটিক মাগি
পঠাইছে মোক দি যোড়াবাগী ॥



শিল্পী—মীতালী চৌধুৰী কথা—মুকুল হ'ক

ৰাতি মায়াবিনী মই
আহিছো কামনা হৈ
মৰমী মোৰে তুমি
আহানা কাষলৈ ॥

মইযে তোমাৰ মৰুৰ ছায়া
ফাগুনৰ ৰাণী মই বহাগী মায়া
নৰবা আঁতৰি নাযাবা পাহৰি
জীৱন লৈ দুদিনীয়া ॥

নিশাৰ অতিথি মাতিছো তোমাক
জীৱনৰ মদিৰা যাচিছো তোমাক
লোৱানা পি লোৱা এপলক জী লোৱা
ৰাতিযে মোহনীয়া ॥



কেতিয়াবা মোৰ নিজকেই ইমান
অসহায় যেন লাগে
পথৰ কাষত ৰঙা মদাৰৰ
পাহি এটি যেন কঁপে ॥

কেতিয়াবা মোৰ নিজকেই বৰ
নিৰুপায় যেন লাগে
মৰুৰ বুকুত হেৰাই যোৱা
নদী নদী যেন লাগে
যাৰ অশান্ত ঢৌৰ বিননি
কোনেনো শুনিব চাগে' ॥



পৃথিৱীৰ বঙ সুখভিৰে মোৰ
হিয়া চুই হে যায়
যেন ফাগুনৰ বতাহ এচাটি
কেনি আহি কেনি যায়
মন অজন্তাৰ গহীন গুহাত
এন্ধাৰে নিৰবে কান্দ ॥



শিল্পী খগেন, মীতালী কথা—কেশৱ মহন্ত

প্ৰথম দেখাৰ মধুবেলা
মনত আছে জানো লিখা
সেই কথাটি কবানে,
অনুৰাগত সেই দিনা
কঁপি'ছিলে জানো হিয়া
সেই কথাটি কবানে ?

মনৰ বনত সেই দিনা
ফাগুন আহি দোলা দিলে
দুয়ৰ বনত ছুটি হিয়াই
কুলিৰ কুজন শুনিছিলে
তোমাৰ মনত পৰেনে ??

জীৱন আমাৰ মোহনীয়া
পীৰিতিৰে আখিৰ সানি,
মনৰ মাজত বনৰীয়া—
পখীৰে কুকনী শুনি
জাৰ কিবা ভেদ পালানে ??



## অভিযান

পৰিচালক—সুজিৎ সিংহ                                        সঙ্গীত—জীতু, তপন

শিল্পী—দ্বীপেন বৰুৱা                                        কথা—জয়ন্ত বৰুৱা

এইখনি গাওঁ মুকুৰ আপোন
ইয়াতে দেখো নতুন সপোন
কোনে তুমি চাই জুৰিত দাপোন
ফুলৰ পাতৰ সাজোন কাচোন
এই গাওঁ আপোন আপোন
এই গাওঁ নিচেই আপোন।

আগলি বাঁহত বগলী নাচিছে
আলফুলে কৈ কহুৱা হালিছে
মুখে মুখে হাঁহি দেখোন।

সক বৰ নাই ই গাওঁত সমুলি
উলাহত সউ উছুলি মুহুলি
চেনেহৰ এই বান্ধোন॥



শিল্পী—দ্বীপেন, অনিমা ভট্টাচাৰ্য্য                                        কথা—নিৰ্ম্মল প্ৰভা

ফাগুনৰে বা বলে লিহিৰি লিহিৰি বনতে
কিয় বাৰু মৌ সৰে কাৰোবাৰে হাঁহিতে
চিনাকি পিৰিতিৰ বাগতে
যা·—লাজো নাই কথাতে॥

তোমাৰ চকুত আজি দেখো ফুল ফুলাৰ বতৰা
ফাগুন হ'লেই ফুলে যে ফুল কিয় উৰে তোমোৰা
যাৰ লাগি ফাগুনৰ মনৰ লাহি পাহিতে॥

লাজুক লাজুক তোমাৰে খোজ কঁপে কিয় উলাহত
বননীয়া লাহি জুৰি ভৰে কিয় আহাৰত
যাৰ লাগি মনৰ নৱনাকে মনতে॥



শিল্পী—অনিমা ভট্টাচার্য্য কথা—নুৰুল হ'ক

লাজ লাগে নাচাবা মুখলৈ
ভয় লাগে নাহিবা কাষলৈ ॥
মোৰ তনুযে ফুল কুমলীয়া
চাটি ফুটি তোমাৰো দেহা মন ॥

কিয় আজি এনেনো উচাটন
জানো জানো তুমি মতলীয়া
এই আহিলে মধু নিশাতে
প্ৰাণ সঁপিবলৈ উৰি চগাটি
আহা কিনো এই ৰূপ মোহনীয়া

দুদিন পাছতে একো নৰব
সবা পাপৰি ধূলিতে মিলিব
ভৰ যৌবনৰ ক্ষণ উৰণীয়া ॥



শিল্পী—দীপেন বৰুৱা কথা—কেশৱ মহন্ত

অ' ভৰ বাৰিষাৰ নৈ
অ' নাই পাল নাই চৈ
আছে মাথো মন পাৰৰ সপোন লৈ।

দুৰ্ণৰ পাৰৰ ঘাটে বিঙিয়াই মোক মাতে
বাউলী বুকুৰ সোঁতে মোৰে সতে কথা পাতে
তোমাৰ আপোন মই।
কোনে কয় এই ডিঙা অসহায় বিঙা বিঙা
কোনে কয় কোবাল চৌৱে নাও উটাই নিয়ে
সেখানে আশাই ভয় ॥



# বনৰীয়া ফুল

পৰিচালনা—অতুল বৰদলৈ    সংগীত—জয়ন্ত হাজৰিকা

শিল্পী—জয়ন্ত হাজৰিকা    কথা—নিৰ্ম্মল প্ৰভা বৰদলৈ

তোমাৰ মৰমে মোৰ
        দেহত তুলিলে ঢৌ
বুকুত দিলে যে মৌ
        কিযে মিঠা মিঠা ।।

কেনেকৈ কি যে হৈ গ’ল
কলিটি কুসুমে হ’ল
সুৰভি উপচি গ’ল কি যে ভাল লগা ।।

ফুলে কয় বতাহক, লাহেকৈ
এই কি কৰিলা ?
বতাহে সুধিছে ফুলকেই
এই কি কৰিলা ?
গোপন ফাগুনে যেন
লুকাই হাঁহিছে সৌ খুলি গোপনতা ।।

জিৰ জিৰ জিৰ এধানি
সৌ জুৰিটি যে
নীলাকৈ পানীৰে ভৰি গ’ল
কোন বেগতে যে ;

মৰম নদীতে যেন
নিজক উটাই দিয় কি যে আকুলতা
        কি যে মিঠা মিঠা
        কি যে ভাল লগা



এ ফুল কুলিৰৰ ৰঙৰে আহিল
বা ৰিৰ ৰিৰ ৰিৰ বতাহে বলিল
ৰ'দৰ কোলাত ডাৱৰ উমলিল ।
এই শিৰিষ বনত পখিলা উৰিল
জোন ৰৱণী বন নিজৰা নাচা গীত গাই ।
কোন দূৰণীৰ পাহাৰী পখীৰ
ৰিণিকি ৰিণিকি সুহুৰি আহিল,
উগুলে থুগুলে হৈ বিয়াকুল
আমাৰ লগৰীৰ মনটি কঁপিল
নাই নাই নাই নহয় পখিলা উৰিল ॥

এ বা ৰিৰ ৰিৰ বতাহে বলিল
মনৰে উৰাৰ ৰঙৰে আহিল
অ' বন হৰিণী দেৱ দিং দিং নাচা অপিয়াৰ ॥
কোন দূৰণীৰ… …



কি কৰো কি কৰো নিৰুপায় হায়
আজৰি কি চিঙো একো যে নাই
মন যেন মোৰ পুৰে বনজুই ক'ত জ্বলে
কাক কম কোনে বুজে চকুলো মোৰ দুখে
হাতৰে মইনা উৰি গ'ল হায়
বুকু কাটি চিটি যায় মোৰ হায় ।

ৰাখিলো কলিজাত ৰাঙলী ফুল
ৰখাঁতো নহ'ল তাতে তাতে হ'ল ভুল
সেই ফুল মৰি যায় তুমি মোৰ হৈ নাই ॥

নৈয়ে এৰা জীয়া সঁুতি যেন হায়
জুই যেন বালিতে আছোৰে হায়
তুমি মোৰ হৈ নাই ।

মন যে মোৰ পুৰে বন জুই কত জ্বলে
কাক কম কোনে বুজে চকুলো মোৰ সৰে ॥



শিল্পী—জয়ন্ত হাজৰিকা কথা—নিৰ্মল প্ৰভা

দেখা নাই
আগে এনে ছবি দেখা নাই
শুনা নাই
আগে এনে সুৰ শুনা নাই
ফুলে মাতে ব'দে মাতে নিবিড় ছায়াই
শান্তি যেন বৈ যায় বনে নিজৰাই ।
পোৱা নাই
এনে শিহৰণ পোৱা নাই ॥

মোৰ সপোনৰে যেন
সোণ বৰণীয়া যেন এই মাটি যেন
মন মোহি যায় মোৰ এই ৰঙে যেন
মউ পাই
নাচে যেন মন ভোমোৰাই ॥

অজান কি মায়াৰে
মন সুৰভিৰে যেন উতলা কৰে
শান্তি মৰমতো যেন এই মাটিতে
চাই চাই
চাই মোৰ তৃষা নপলায় ॥



শিল্পী—কথা—ভূপেন হাজাৰিকা

হাঃ হাঃ হাঃ হাঃ
থুই !, হাহিবলৈ আহিছ ?
ঐ নিলাজ পাহাৰ
ঐ শুকান পাহাৰ
মৰম বিহীন হৈ মৰ্‌, মৰ্‌, মৰ্‌, লাজতহে মৰ ।
ৰিচাৰিলি কি ? - পালি তই কি ?
সপোন দেখিছিলি !
ঝিৰ ঝিৰ ঝিৰ কৈ নিজৰা ব'ব
তোৰ বুকুৰেদি এটি মিঠা নিজৰা ব'ব
মৰমেৰে আঁকোৱালি নিজৰা ব'ব
তাইক পাই তোৰ বুকুখনি ৰসাল হ'ব
একো নেপালি হে !
ভাঙিল নে তোৰ অহঙ্কাৰ,
ঐ নিলাজ পাহাৰ— ।

ৰিচাৰিলি কি পালি তই কি
বহু ভাবিছিলি—
তোৰ বুকুত আছিল হেনো ৰূপ ৰূপালী
হেনো কলিজা খান্দিলে পায় সোণ সোণালী
সোণ খান্দি নিব তই ৰূপও হেৰুৱালি
বালিচন্দা মাথো তই বুটলিলি
কি পালি হে !
ভাঙিলনে তোৰ কামিহাড় ?
ঐ শুকান পাহাৰ, ঐ নিলাজ পাহাৰ
তাকে লৈ চিঞৰি মৰ্‌, মৰ্‌, মৰ্‌ ।'



## গণেশ

পৰিচালনা—এ, কে, ফিল্ম ইউনিট
সংগীত—অজিৎ সিংহ
শিল্পী—দ্বীপেন বৰুৱা, অৰ্চনা মহন্ত
কথা—জয়ন্ত বৰুৱা, কেশৱ মহন্ত
ৰুবী সিংহ

হাতী মোৰ সখী
মজা লাগে তোৰ সতে কথা পাতি।
সাধুকথা এটি
শুন যদি আন তোৰ লগ মাতি ॥

এক আছে হাবি
নাম কাজিৰঙা
তাতে এটা গড় আছিল
নাম তাৰ বেঙা
নাকৰ পোনে পোনে
যায় সি একোকে নগনি
গহীন অ' দেখি
সবে মিলি থলে তাক ৰজা পাতি ॥

বন ৰজা বাঘে
খঙতে গৰজে
নোলো মই থাকোতে
কাক ৰজা পাতে
কথা বিষম দেখি
হাতীয়ে বোলে হাঁহি হাঁহি
আহা অ' আহা
মিলিজুলি থাকো আমি স্বৰ্গপাতি।

—০—

মিছায়ে কৰিছা খং মোৰ দেউতা
মিছায়ে কৰিছা খঙ
তোমাক এৰি থৈ পোৱাতো নাই মই
মনতো অকনো ৰঙ।

বনে বনে ফুৰিছিলো তোমাৰ মৰম পাই
মনে মনে থ'লে আনি সজাত সুমুৱাই
ভিতৰ খন যে মৰা মোৰ বাহিৰে ৰং চং
অকলশৰীয়া মই নাই যে মোৰ সং।

ভূল বুজা বৰ বেয়া ভাল পোৱা ভাল
নাচি বাগি হাঁহি কৰা মন ফৰকাল
জুন জুন গুন গুন ৰিং ডিং ডং
খং কৰা দেউতাৰ চোৱা কেনে ৰং।

—০—

এয়া কি কৰিলি চিৰিলি বাহ্মোন
ওঠৰ হাঁহি কিয় কাঢ়ি নিলি
দিলি কিয় কান্দোন, কিয় দিলি কান্দোন।।

কাৰ মুখলৈ চাই আৰু তই জুৰ পেলাবি চকু
কাৰ দেহৰ উমলৈ আৰু তই জুৰ পেলাবি বুকু
কোনে বুজিব মৰম বেথা তোৰ
আছে আৰুনো কোন।।

কলিজা তোৰ ভাগি যায় অ' কোনেও নেদেখে
কান্দিছ তই হিয়া ঢাকুৰি মনত কোনে ৰাখে
অকল শৰীয়া হলি আজি তই
নাই কোনো তোৰ আপোন।।

—০—

নাজানো কিয় যে আজি
মন মোৰ মাথো উটি যায়
বাউলী নদীৰ সোঁতে সোঁতে
কোন সাগৰ ধিয়াই ॥

নাজানো কিয় যে আজি
দূৰৰ পাহাৰে উকিয়াই
মৰম আকলুৱা মন
যেন তাতেই জিৰাই ॥

জিলমিল সোনালী বালিত
জানোবা সাজিলো বালিঘৰ
জানোচা বলিয়া ঢলে পাই
নিয়েহি হঠাতে উটুৱাই ॥

—o—

ফুলে ফুলে আলফুলে
পাহী মেলি কিয় চুলে
হালি জালি আকোৱালী
কানে কানে কিনো ক'লে ॥

আজলী আশাই কিয় জানো হায়
মৰম বিচাৰি হুমুনিয়াহ পায়
কিয় জানো এই ফুলৰ মৰমে
মন টানে মোৰ কাষৰলে' ॥

সৌ পখীজুৰি যায় উৰি উৰি
পাখীয়ে পাখীয়ে মৰম উজাৰি
একে সপোনৰ দুয়ো লগৰীয়া
কোনো যে নাথাকে অকলে ॥

—o—

# সোণতৰা

পৰিচালনা—নিপ বৰুৱা সংগীত—ৰমেন বৰুৱা

শিল্পী—দ্বীপেন বৰুৱা, নীলিমা খাটুন কথা—কেশব মহন্ত

কাক বিচাৰি কি পালাহি কিযে বাটৰ ভুল,
যাক বিচাৰি যি পালোহি সিযে নদীৰ কুল।
খেলি মেলি অ' বেমেজালি মন যে বিভোল।

অ' ভালপোৱা মুদ্ৰী যদি পাৰ জানো কি
অ' পাৰ জানো আশা প্ৰিয় মন হৰে সি
পাৰতে ফুলিছা তুমি মোৰ ফুল
আহা প্ৰিয় আহা তেনে ফুল যে বিয়াকুল ॥

অপৰূপা শিখা কঁপে কঁপে দিগন্ত
কোনে জানে কিয় কপে মোৰ সীমান্ত
নাজানো কিয় যে হৃদয় আকুল
তুমি মোৰ যে হেৰা পোৱা এটি মিঠা ভুল ॥

—o—

ক'ৰ বাটৰুৱা চিনাকি যেন লাগিছে
মনৰে পোৰণি খোজত ধৰা পৰিছে ॥

অ' আইতা অ' আইতা অ' আইতা
তোমাৰ মান লাৱনী নাই,
দাঁত কি কৰিলা হাঁহিত দেখোন লালতি
হাঁহিত নেদেখিলো ডালিম গুটি মালতী ॥

তোমাতেই থাকো দেহা ঐ তোমাৰেই ঢাকো
তোমাৰেই ছবি দেহী ঐ হিয়াতে আকো
আশাৰে চুপহী আজি পাহি মেলিছে
আজিযে ইমান আপোন আপোন লাগিছে ॥

—o—

শিল্পী—দ্বীপেন বৰুৱা

আকাশ তোমাৰ নীলা আঁচলত
ইমান সোণৰ তৰা,
ইমান উলহ মালহ তোমাৰ
ৰূপত ৰহণ চৰা ॥

মনৰ আকাশ উকা যে মোৰ মোলান পৰি আছে
তোমাৰ তৰাৰ নাচোন দেখি মিছাতে মন নাচে
তুমি চাগে' সপোন অ' মোৰ হাঁহা দূৰৰ পৰা ॥

দূৰে দূৰে আশা উৰেৰ লাগি মই চাও
তুমি জানো জানা বাৰু তোমাক কিমান ভাল পাওঁ
মোৰ যে বুকু মাথোন তোমাৰ ভাল পোৱাৰে ভৰা ॥

—o—

দুটি পাত এটি কলি আছিল কলি কাল
টানি মানি দুটি কলি এটি হ'লেই ভাল।
সীমান্তই বোলে শুনা পৰাণৰে শিখা
নাজানো কপালত আমাৰ কিনো আছে লিখা
লাজত ৰঙা পৰে শিখা মাজে মাজে কঁপে
সীমান্তই ছবি আকি প্ৰেমৰ মালা জঁপে
পঢ়া শুনা কোনে কৰে বৰ যে আহুকাল ॥

এটি পোণা হাঁহিমুৱা সুখী পৰিবাৰ
আৰু এটি হয় যদি তাবো দৰকাৰ
তাৰ বেচি মিছা মিছি শুনিছানে বোপা
চিন্তাত চুলি সৰে সৰু হয় খোপা
জেনে, কিয়নো চপাই লোৱা অযথা জঞ্জাল ॥

—o—

শিল্পী— নীলিমা খাটুন

হে দয়াময় প্ৰভু মোৰ তুমিয়ে কাৰণ
এ মায়াময় এই ব্ৰহ্মাণ্ড তোমাৰে সৃজন ॥

অ' কি লীলা প্ৰভু তোমাৰ কিনো তোমাৰ মায়া
এবাৰ যি ধন দিয়া প্ৰভু তুনাই কাঢ়ি নিয়া
ক্ষণে হাঁহো ক্ষণে কান্দো নুবুজো কাৰণ ॥

অভাগিনী অনাথিনী জনমৰ দুখুনী মই
তোমাৰ চৰণ চিন্তি আছো মৰণ গণি গণি মই
কুশলে ৰাখিবা মোৰ আচলৰে ধন ॥

—০—

অ' কুমলীয়া ক'লি অ' সপোন সোণোৱালী
অ' চুপহী সৰি গ'লি কিয় সৰি গ'লি ॥

যাৰ জীৱনৰ ৰ'দ কাঁচলি
ডাৱৰে আহি আবৰি ধৰে
তাৰ বাবে কাৰ মাথোন এবাৰ
এটুপি চকুলো সৰে
নাজানো নাজানো অ' আপোন
কিয় আজি তই পৰ হ'লি ॥

আৰ কাপোৰৰ আঁৰত লুকাই
উচুপি কান্দি যি খনি হিয়াই
সি চিৰকাল লুকাই থাকক
নাই যে তাৰ কোনো নাই
যি হেৰাল সি জানো লবহি আহি
লোক আকৌ আপোন বুলি ॥

—০—

# উত্তৰণ

পৰিচালনা—মনোৰঞ্জন সুৰ　　　সংগীত—ৰমেন বৰুৱা

শিল্পী—দ্বীপেন বৰুৱা　　　কথা—কেশৱ মহন্ত

বৰণীয়া বহু ফুলেৰে ভৰিল
মনৰ কৰণি মোৰ,
সুদা সুদা কিয় লাগে তথাপিও
হৃদয় নপৰে জুৰ ।।

বুঢ়ী দিহিঙৰ গাভৰু দেহৰ
ঢৌৱে ঢৌৱে ফুলা ফুলে
ক'লৈ উটি গ'ল বলিয়া সোঁতত
মই হেৰুৱালো কূল
উকা উকা লাগে প্ৰাণ হীন হায়
শূণ্য অলকাপুৰ ।।

আইৰ হৃচকুৰ চাৱনিত ফুলা
পুৱা আকাশৰ হাঁহি
ক'ত মাৰ গ'ল বুকু জুৰণীয়া
ন পহুমৰ পাহি
দিয়া দিয়া মোক পায়ো হেৰুওৱা
মোৰ আপোন সুৰ ।।

—০—

শিল্পী—যুথিকা চৌধুৰী

এই দুনীয়া দুদিনীয়া
দিল ! দিল লোৱা জান দিল দিয়া
হাই কাজিয়া উৰাই দিয়া
দিল ! মিল হোৱা মোৰ দৰদীয়া ।

জনম লৈয়ে দুনীয়াত
এবাৰতো কান্দিলা
ইয়াদ কৰি চোৱা,
হৰদম কেলেই কান্দিবা
হাঁহা নাচা গোৱা
জীৱনটো যে ধোৱা
আচল ঢাকি দিয়া ফাকি
সাজত দেখনিয়াৰ হোৱা ।।

কাৰ বুকুত শোক আছে
অকলশৰে কৰা
লগে ভাগে ফুৰ্ত্তি
জোনে বুকুৰ চেকা ঢাকি
পোহৰ দিয়ে বাকি
মন মোহনীয়া মুৰ্ত্তি
হৰ জিন্দেগী নাচি বাকি
আপোন পাহৰি থোৱা ।।

—o—

# পৰিণাম

পৰিচালনা—প্ৰবীণ বৰুৱা
সংগীত—ৰমেন বৰুৱা

শিল্পী—দ্বীপেন বৰুৱা
কথা—সতীশ দাস

মানুহৰ এই পৃথিৱী কিযে মোহনীয়া ছবি
জনে জনে আছে ভবি বেজাৰ আৰু হাঁহি ॥

চকুৰে পতাতে কতনো সপোন উৰে উৰে আবেগেৰে
জীৱনৰে জুবি মৰমৰে ভৰি নাচে নাচে উলাহেৰে
মোৰ মনৰ পখিলা হয় উতলা ॥

ফুলনি শুকালে পাহিও সৰিলে উকা উকা যে হয় মন
পাহৰি বেজাৰ সোণালী আশাৰ বোটলে যে এটি জীৱন
এই যে চকৰি থাকে ঘূৰি ঘূৰি ॥

—o—

শিল্পী—দ্বীপেন বৰুৱা, নীলিমা খাটুন

বনে বনে আজি বনৰীয়া ফুলে
সজালে অননি বননি,
আমাৰো মনৰে বনৰে মাজতে
গোপনে পাতিছো ফুলনি ॥

ফুলনিতে ফুলিছে কিনো ফুল
হয় জানো ভোমোৰা বিয়াকুল
প্ৰাণ পিয়লাটি লৈ মৰম ভিক্ষাৰী সাজি
আহে জানো কাৰলই জগৰী বিচাৰি ॥

দুচকুতে কিহৰে চাৱনি
চাই চাই নেলাগে আমনি
জিৰিৰিৰি তৰা যেন মন আকাশৰ মণি
লাজুকী হাঁহিটিৰে জীৱন কৰে গুৱনি ॥

—o—

শিল্পী—দ্বীপেন বৰুৱা কথা—নবকান্ত বৰুৱা

মন যদি নিদিলা হৃদয় কিয় ভূলালা
মিছা মিঠা সপোনেৰে হিয়া মোৰ কঁপালা ॥

সপোন যে উৰণীয়া হৃদয় যে জুৰণীয়া
উৰণীয়া পখিলাটি কিয় ধৰিছিলা ॥

মনৰে বনতে সৰিলে শেৱালি
নিদিলা কিয়নো পুৱাতে বুটলি
তাৰে মালা নাগাথিলে যে যাব মৰহি
সেয়ে সপোনেৰে খেলো চকুলো হাঁহি ॥

জীৱনে যেতিয়া নিজকে উজাবি
চিনাকি পৰশত দিয়েছি সহাৰি
সি একোকে নিবিচাৰে পোৱা নোপোৱাৰ
মাথো সপোনকে দেখে নতুন পুৱাৰ ॥

—০—

শিল্পী—দ্বীপেন বৰুৱা, নীলিমা খাটুন

ধূলিৰ কণাৰ কাৰণে আকাশ নীলা
ধূলিৰ বাবেই মেঘে মেঘে এই লীলা
ধূলিৰে ধূৱলি ফাগুনৰ চিঠি গছে পাতে আছে মেলা ॥

যি মণি পৰে সৰি আঙুলিৰে ফাকে ফাকে
যি তৰা দিয়ে ঢাকি ধূলিৰ মেঘে মেঘে
হেৰোৱা দিনৰ স্মৃতিৰে ধূলিয়ে খেলে লুকা ভাকু খেলা ॥

কত অশ্রু কত হাঁহি ধূলিয়ে সাৱটি ল'লে
তাৰ সঁতে কোন সতে সপোন খেলা খেলে
তাকে গণি গণি কটাব পাৰিলে জীৱনৰ যত বেলা ॥

—০—

## ৰশ্মিৰেখা

পৰিচালনা—প্ৰফুল্ল বৰুৱা কথা+সংগীত—ডাঃ উপেন কাকতি
শিল্পী—ভূপেন হাজৰিকা

মন ক্ষণে ক্ষণে বিনায়
মাতৃৰ ঘুমতি হেৰায়
হৃদয় শুনাই আঁকি দিয়া ফোঁট
কপাল শুৱাই ॥

আই তোৰ কপালত আঁকি দিম
জেউতিৰ তিলক পিন্ধাই দিম
টিৰাপৰ শিখৰত মণিকুট গঢ়ি দিম
হিয়াকে সজাই ॥

আই মোৰ সহিছ ক্লেশ
কি দৰে বুজামে তোক
চাই তোৰ মলিন বেশ
মনতে লাগিছে শোক
পুত্ৰ হৈ মই নিৰবে থাকিলো
অভিশাপ নিদিবি মোক
আই অ' অভিশাপ নিদিবি মোক।
আই তোৰ থাপনাত শুৱাই দিম
আই তোৰ চৰণ ধুৱাই দিম
অৰুণাচলতে বৰঘা সজি দিম
কৃষ্টি জীয়াই ॥

—o—

শিল্পী—খগেন মহন্ত, অৰ্চনা মহন্ত

পলাশ ৰাঙলী হ'ল
মনো ৰাঙলী হ'ল
পখিলা উৰিবৰ হ'ল
ফাগুনো আহিবৰ হ'ল ॥

জাক জাক পখিলা উৰিছে
মনৰ ময়ূৰী নাচিছে
উঠুলি মুঠুলি মনৰে পদূলী
ফাগুন ফাগুন লাগিছে,

আ-হা- অ' হ'
ৰত্তাহুত আঁচল উৰিলে—উৰিলে
ফাগুনে মনক সজালে—সজালে
এই পাহাৰত নাচো উৰি উৰি
কৃষ্ণচূড়া ফুলিলে ॥

দেখো যেন সেই দূৰণিত
চেনেহৰ ধান খুন্দা গীত
জাক গাভৰুৰ হাঁহি
যেন পাহাৰৰ মনোমোহা বাঁহী
হু হু হু হু হু হু
ৰলাল লাক্‌লা মা অ'
চালি বাক্‌লা মা অ'
মোৰ প্ৰেয়সী পাহৰি নাযাবা
জীৱন যাব বিফলে ॥

—০—

শিল্পী—খগেন মহন্ত, অৰ্চনা মহন্ত কথা—নিৰ্মল প্ৰভা বৰদলৈ

পাহাৰৰ জুৰিটি
পিৰিতি সাবতি
মিলিব ভৈয়ামৰ জানত
টলমল পানীৰে
এখনি নৈ হৈ
মিলিব আমাৰে প্ৰাণত ।।

শুনি দূৰৰে পেঁপাৰে
মিঠা সুৰীয়া সুৰকে
ৰাইজাই কৰিছে মন,
আজি বুকুৰে মাজতে যে
এয়া জিলিকে উঠিছে যে
কেতেকী ফুলৰে ৰং ।

মই পীৰিতি পাহাৰৰে
তই পীৰিতি ভৈয়ামৰে
দেহাত পীৰিতিৰে সাজ
পখিলা নচাদি নাচ ।।

জান ঐ জান জান ঐ জান
শুনিলে ঢোলৰ মাত
জান ঐ জান জান ঐ জান
শুনিলে পেঁপাৰ মাত
বনজুই জ্বলে যেন গাতে কি তবা দৈ
তোমাকে লগত লৈ
বতৰৰ গীতকে গাওঁ ।।

পাহাৰৰ ভৰা নৈ থাকোনে ভৰি ঐ
অ' ৰঙে ৰঙা দৈ
বাৰিষা দিনতহে পাৰ ভাঙি বয়
অ' ৰঙে ৰঙা দৈ
লাহে লাহে কৈ চকুত চকু থৈ
বতৰৰ গীতকে গাওঁ ॥

পাহাৰৰ মইনা যাব পাহাৰলৈ
ৰৈয়া কি ৰৈয়া ৰৈ
বিৰিণাৰ বুকুতে মৌ-মাত এৰি থৈ
ক'লা কি কথা ঐ
আৰু কি আহিব ঘুৰি কি মইনাজান
কলিজাত একুৰা জুই ।

—০—

শিল্পী—সান্ত্বনা বৰুৱা

চন্দ হেৰাই গ'ল জেউতি লুকাল
আশাৰ চাকিটি মোৰ নীৰবে নুমাল
কান্দিছে আকাশখনি পোহৰ হেৰাই
হিয়াৰ দীপাৱলী মাৰ গ'ল ॥

প্ৰথম প্ৰহৰ ৰাতি
খুলি দিলো আই মাতৃ
তুমি দিয়া মুক্তাহাৰ,
দ্বিতীয় প্ৰহৰ ৰাত্ৰি
হেৰুৱালো লগ্নটি
তুমি দিয়া কণ্ঠহাৰ ।

—০—

বাঙলী বেলি মাৰ গ'ল
সপোনৰ সমাধি হ'ল
হৃদয় নদীত প্লাবন উঠিল
কিয় এনে হ'ল।

উদাসী বতাহ বলিছে
আকাশত বিননি উঠিছে
মোৰ হৃদয় খনি বিষাদে দহিছে
বিচাৰি নেপাওঁ পাৰ ॥

—o—

শিল্পী—ভূপেন হাজৰিকা

বাত য়ে পীনে কো জী ভৰকে
কব হ্যায় জাগে তুৰে ঘবকে
চলো নাচো হম গায়ে হম মিলকে।

উত্তৰি হ্যায় চান্দনি অঙ্গঁনমে ৰাতকে
জীৱনকে চান্দ হ্যায় ৰৌশন কী ৰাগসে
পীনা হ্যায় তিলে যাম হাথো হাথ সে
কোইসে সুহানী য়ে ৰাত হ্যায় ॥

য়ো হায় হমাৰী ধৰতী
জীৱন মে য়ে ৰস ভৰতী
জীনকো সবক ৰাণী হ্যায় চান্দনী
মানোনা মানোকী ৰাণী হ্যায়
দেখোগে দেখলো নাচোগে নাচলো
ৰাতো কী ৰাণী য়ে ৰাত হ্যায়।

—o—

শিল্পী—উপেন কাকতি

প্ৰহৰে প্ৰহৰে হৃদয়ে হৃদয়ে
বহিছে প্ৰীতিৰে হাট
আয়তি ব'ল ব'ল তাত।

নক্তেও আহিছে
ৰঙচোৰেও আহিছে
শুনিছো শঙ্খৰে মাত,
আয়তি উৰুলি দিয়া
প্ৰীতিৰ বজাৰ বহিছে
একেলগে বহিছে তাত
হৃদয় সাগৰ খনি
ঢৌৰে বাউলী হ'ল
শুনিছো মৌ সনা মাত।।

এয়াযে বজাৰ হৃদয় কিনাৰ
আৰু হৃদয় বেচাৰ,
একেলগে গোট খালো তাত,

চাইমাই বস্তিৰে
বুকুৰ জুৰি নামিছে
প্ৰীতি বান্ধে বান্ধিবলে'
গুণা গথা কৰিছে
ফিৰি ফিৰি ৰাম আতৈ
নামঘৰ সাজিছে
একেলগে হাঁহি মুখে
গোট খালো তাত।

—০—

## মমতা

পৰিচালনা—নলিনী দুৱৰা | সংগীত—বসন্ত মাণিক
শিল্পী—মালবিকা বৰা, অন্যান্য | কথা—বসন্ত বৰদলৈ

অ' সোণালী ৰূপে মোহনীয়া।
সোনালা চেতিয়া হাঁহি
ধাননীৰ মাজতে চেনাই ধন আছে বৈ
বাই যোৱা মনৰে বাঁহী —চেনাই পিতিকা
গাঠি দিছো হিয়া খন
আছে যদি তোমাৰ মন
কিয় বাৰু টুলুকা মাৰা।

আমাকে এৰি থৈ ম'হৰ লাঠি ঘোড়াৰ লেকাম
ক লৈ যোৱা সোণপাহী ম'হৰ লাঠি ঘোড়াৰ লেকাম
কণ দৰা পথাৰত নাই হে
মহ'ৰ লাঠি ঘোড়াৰ লেকাম
চাৰি আলিত আমাৰ দোকান
কাষত পালে তোমাক জোকাম
নকবা দেই নকবা দেই, ৰাতি বিহু চাবলৈ যাম

সকৰে লগৰী ম'হৰ লাঠি ঘোড়াৰ লেকাম
পাহৰি পেলালা ম'হৰ লাঠি ঘোড়াৰ লেকাম
মোৰে দেহাজানক পাইছে—মহ'ৰ লাঠি·······

কিয় মোক তেনেকৈ চোৱা মোৰ চেনাই ঐ
এইখন প্ৰেমৰে নদী
লাহেকৈ নগ'লে পিচলি পৰিবা
বেল নৈত যাবাগৈ পৰি
কাঠৰ দলং ভগা দলং খুপি খুপি আহিবা

কোনবা তুমি সৰু ভনী
তোমাৰ লগত নানিবা
পানী অনাৰ চলেৰে ঐ
ধনশিৰীৰ ঘাটতে ঐ
পাতিম আমি মনৰে কথা।

তাতি লাঠি চিলনী নেৰিবি ঐ নেৰিবি
এৰিবই মেক লাগিলে থিয়ই থিয়ই মৰিবি
ফুৰিবলৈ গৈছিলো লাখুটিদাল নিনিলো
লাখুটিদাল নিনিলো বাটত এজাক কুকুৰে পালে।

— —

শিল্পী—ৰেকিবুদ্দিন আহমেদ, অন্যান্য কথা—প্ৰচলিত

শিশুকালে গৈলো বান্দা ঐ. হাঁহোতে খেলোতে
নিচিনিলি যৌৱন কালে
বৃদ্ধ কালতে আল্লাৰ নাম নললি
পৰিবি মায়াৰে জালে
অ' বান্দা লৱ তই আল্লাৰে নাম।

বাৰীৰ পিচৰ ফালৰ জাতিবাহ এজুপি
সিওঁ মোৰ সোদৰৰ ভাই
জীয়াই থাকো মানে কৰো কাঠি কামি
মৰিলে লগতে যায়।

ধনে ধনে কৰি ধনকে ঘটিলি
পৰম যতনে কৰি
ধনে থাকিল পৰি দেহা গলে চলি
লগত গ'ল পাপৰাৰ বৰী ।।

দুনিয়া এদিনৰ দুদিয়া দুদিনৰ
দুনিয়া মোৰ ফুলনি বাৰী,
পোতাশালে গ'লে থৱ তই দুনীয়া
ধৰিবা শেৱালীৰ মাৰি

—:—

শিল্পী- ৰেহনা আখতাৰ হান্নান কথা—বসন্ত বৰদলৈ

আউসীৰ পিচতে আকাশৰ বুকুতে
অ' কলিজা পোহৰে মেলিব পাহ
পত্নলী সাৰোতে তোলৈ মনত পৰে
আৰুনো কিমান দিন বাকী।

দেহাত নাই তৰণি অ' মোৰ সোণাই ঐ
চকুত নাই টোপনি অ' মোৰ সোণাই ঐ
ক'লৈ যাও কি কৰো লাগে মোৰ বুকুৰ ধন
কলৈ কব এনেখন, কেলৈ কব তেনেখন
অ' মোব সোণাই ঐ কোলেই দিয় শৰীৰত জুই।

নিশা পৰে পৰে অ' মোৰ সোণাই ঐ
আয়ে গালি পাৰে „ „ „ „
যৌবনে আমণি কৰে মোৰ তুলাপাত
মইনা মিঠা মাত টিহিটি সোণাই ঐ
নিজানত লগাই যাও মাত।

জৰ পাতি উৰিলে অ' জান ঐ
মইনা শালিকি অ' জান ঐ
মোৰ জোৰ পাতোতা নায়ে জান ঐ
মোৰ দুখৰ কথা কাকে কম ঐ
শৰীৰ কলা পৰি যায় অ' জান ঐ
কিনো কম মই নৈৰ গৰা খহা দি খহো।

হোমৰ গুৰিত বহি ঐ জান ঐ
কান্দিম কোনে দিনা
হাঁহিম গৈ তোমাক লগ পাই।

তুমিযে হালে বাই ঐ জান ঐ
ঘৰলৈ আহিবা ঘৰলৈ ঘুৰিবা
মৰমকৈ বিচি দিম মই।
(মই) চেনাই শুকাই খিনাই
কান্দো দিনে নিশাই
আই বোপাইৰ হুতা মাত শুনি।

এ জাকৈ চা বেচাদি ভাবি গুণি মৰো
অ' কলিজা কিজানিবা লাগে জোৰা
বুজিলো বুজিলো নিগমে মৰিলো
অ' কলিজা তুমিহে পাপৰ ভাগ লবা ॥

—o—

শিল্পী—ৰুদ্ৰ বৰুৱা, ইলোৰা বৰুৱা কথা—প্ৰচলিত

জয় জয় ৰাম জয় শ্ৰী ৰাম
জয় সনাতন হৰিহে
তুমি ব্ৰহ্মাণ্ডৰ স্ৰষ্টা পালতা
অনাদি অনন্ত জৰি।

হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশে
প্ৰেম অমৃতৰ নদী
শ্ৰীমন্ত শংকৰে পাৰ ভাঙ্গি দিলা
বহে ব্ৰহ্মাণ্ডক ভেদি ॥

গোবিন্দৰ প্ৰেমত অমৃতৰ নদী
বহে বৈকুণ্ঠৰ পৰা
চাৰি পুৰুষাৰ্থ তাহাৰ নিজৰা
হৰি নাম লৈৰ ভাৰ।

—o—

# বৃষ্টি

পৰিচালনা—দেউতি বৰুৱা　　　　　　　সংগীত—জয়ন্ত হাজৰিকা
শিল্পী—জয়ন্ত হাজৰিকা, কুল বৰুৱা　　　　কথা—ভূপেন হাজৰিকা

ৰম্ভা, মেনকা কিম্বা যুথিকা নামবোৰ নাজানো ভাই
হংস গামিনী ইম্মান ৰমণী কলিজা ধপে ধপায়।
তহঁতৰ লাজ কাজ নাই যা!
　　গাভৰুক জোকাব নাপায়।

সাইলাখ ৰাম হে আমি যেন ৰাবণ
কৰিছোঁহি সীতা হৰণ।
এবাটি গাখীৰত মুখ ধুই আহ গৈ-হনুমান দুয়োজন
এখনি দাপোণত ৰূপ চাই আহগৈ-ইমান সুদৰ্শন॥

কাৰ্ত্তিক কাষতে পাইছা হাততে
হেৰালে আৰু নাপায়!
প্ৰেম প্ৰেম জখলা বগাবলৈ হবলা
ৰূপহীৰ মনেই নাযায়!
কাৰ্ত্তিক দুটালৈ চাই, ৰম্ভাই নাকেই কোঁচায়?

বিহাৰে শেলতে চকু হাল পৰোঁতে
হিয়া মোৰ দহিছে যায়
খং খং চাৱনি আৰু যেন শুৱনি
উঠে পিছে মিচিকিয়াই॥
বিয়া নাম নোগোৱা নাই, মাত দিলে কিনো ক্ষয় যায়?

গাভৰু ক্ষেমিবা দায় নধৰিবা
ইহঁতৰ মগজু নাই।
ছলাবাৰি এচাৰি ব্যৱহাৰ নকৰি
দিয়া দেই আমাক বিদায়!

—০—

শিল্পী—কুল বৰুৱা কথা—ডঃ ভূপেন হাজৰিকা

কাৰোবাৰ দুনয়ন সৰগৰ তৰা যেন লাগে
নেজানো মোৰ কি যে হ'ল
মৰমৰ সাগৰত সাতোৰাৰ হেপাহত চাগে
কোন দেৱী বাউলী হ'ল ।।

জোনৰ কামনাত জোনাক সৰিলে
ফুলৰ বাসনাত ভোমোৰা উৰিলে
মিলনৰ বাসনাত বুকু মোৰ হুম হুম কৰে
নেজানো মোৰ কি যে হ'ল ।।

কোনোবা ৰূপহীৰ মৰমী চাৱনি
লাজুকী লতাৰে লাজ যেন গুৱনী
কলিজাই লগৰী বিচাৰি বিচাৰি ফুৰে
নেজানো কাৰ কি যে হ'ল
ৰাগিনীৰ পৰা জানো গীতিকাৰ পলাব পাৰে
নেজানো মোৰ কি যে হ'ল ।।

—o—

শিল্পী—নিৰ্ম্মলা মিশ্ৰ কথা—নিৰ্ম্মলপ্ৰভা বৰদলৈ

তুলসীৰ তলে তলে কত চাকি জ্বলালো
কত নাম ঘৰে ঘৰে শৰাই আগবঢ়ালো
তথাপিতো নেপালো পাৰ,
মোৰ গোসাই ঐ তথাপিতো···· ··· ।

সংসাৰ সাগৰে বুৰি খালো আমি হাবাথুৰি
মানৱী জনমটো অসাৰ
মোৰ গোসাই ঐ মানৱী ··· ···· ।।

সক্ক সক্ক মানুহ আমি ধৰাত জনম লভিলো
সৎ পথে ঘুৰি ঘুৰি আজীৱন আগুৱালো
অসত্যক কৰি পৰিহাৰ
মোৰ গোসাই ঐ অসত্যক ··· ···

—o—

শিল্পী—জয়ন্ত হাজৰিকা কথা—ভূপেন হাজৰিকা

সুৰাত মগন ভয়াল ৰাতি
মৌন কোলাহল,
মই যেন এক ৰ'দৰ বিলাপ
শব্দৰ সমদল ॥

চন্দ্র–তৰাক থাপ মাৰি আনি
থেকেচি পেলাবৰ হ'ল
সূৰ্য্যমুখীয়ে সজাব কাহানি
বেথাৰ সমাধি তল ॥

নিয়ম পিয়াসী সন্তান বোৰে
নিয়ম নমনা হ'ল,
মাতৃৰ চকু ঘণ কুঁৱলীৰে
গহ্বৰ হৈ গ'ল ॥

শত্ৰুণে সদায় সভাকে পাতে
ভাষণ পৰি ৰ'ল
দিন বোৰ আমাৰ মৃত হৰিণৰ
বেঁকা শিং যেন হ'ল
মই যেন এক ৰ'দৰ বিলাপ
শব্দৰ সমদল ॥

—o—

## সন্তান

পৰিচালনা—অমৰ পাঠক সংগীত—প্ৰভাত শৰ্ম্মা

শিল্পী—ৰিদীপ দত্ত, ৰামেশ্বৰ পাঠক কথা—কেশব মহন্ত
দেৱযানী বৰা, ইন্দ্ৰানী গাংগুলী

ৰিং ক্ৰিং হুৰা হুৰা ক্ৰি হুইল ঘূৰা ঘূৰা
উৰ অ' বিলকুল উৰাই দে
সাতোম পুৰুষীয়া পিঞ্জৰ ঘূণে ধৰা
ছিঙ্ অ' শৃঙ্খল চিঙি দে ॥

মুকলি আকাশ উদং বন
উৰিছে বিহঙ্গ মন
কোন আছু বাট এৰি দে
অ' ঘূৰ ঘূৰণীয়া মন জুৰণীয়া
উমলি জামলি সাবটা সাবটি কৰে,
আহ আহ হুৰা হুৰি আৰু নকৰিবি দেৰি
মানুহ আৰু জানোৱাৰ সকলো একে ॥

হাতী তোৰ কিমান বল !
জিৰাফ মাতটি ক'লৈ গ'ল
চিম্পাঞ্জী কিমান কাজী
ভালুকৰ হেনো জ্বৰ আজি
অ' গড়ৰে পোৱালী হৰিণী আজলী
অ' বান্দৰ বান্দৰী নাচে ঘূৰি ঘূৰি
বাঘে ঘোঙে এঁকে চোঙে থাকে
কেঙ্গাৰু ঠেং ছুটি সিংহ জেব্ৰা ছুটি
উপকাৰীক অজগৰে খায় যে।

—০—

শিল্পী—বিদীপ দত্ত, দেবযানী বৰা

মিঠা মিঠা তোমাৰ কথা তুমি মৰমী
চকুৰ ভাষা বুজি পালা আজিহে তুমি ॥

পখী যদি হলো হয় হুয়ো উৰি গলো হয়
নীল আকাশৰ বুকুলৈ
ডাৱৰৰ আঁৰে আঁৰে চিকিমিকি বিজুলীৰে
লুকা ভাকু খেলিবলৈ
ভেজাল মানুহ ভেজাল সমাজ
নেওচি নেওচি থৈ ॥

সোণ ! সোণ ! সোণটি চেনাই ঐ
অ' চেনাই মইনাজান
গাই যাও বতৰৰ গান ঐ
মন উৰুঙা প্ৰাণ উৰুঙা
জীৱন ডিঙা ৰিঙা ৰিঙা
আজি দেখো বিহু বিহু লাগিছে গাত ।

অ' ডাৰ্লিং মইনাজান !
গাই যাওঁ যৌৱনৰে গান অ'
মইনাজান ! মইনাজান ! মইনাজান !

অ' তোমাৰে দেহাটি পদুমৰ পাহি যেন
মানিকী মধুৰী হাঁহি
সঁচানে ?
অ'
অলিয়া হলোঁ মই বলিয়া হলোঁ মই
বুকুতে লাগিছে জুই
আকৌ বুকুতে লাগিছে জুই ॥

—০—

শিল্পী—পিণ্টু ভট্টাচাৰ্য্য, ৰামেশ্বৰ পাঠক কথা—অমৰ পাঠক
বিদীপ দত্ত, প্ৰভাত শৰ্ম্মা

জয় জয় শংকৰ গুৰু হে মাধৱ গুৰু
এ হে তুৱা চৰণে প্ৰণতি
নাজানোঁ ভকতি নাজানোঁ মিনতি
আমি হীন মূঢ়মতি ॥

দশম, কীৰ্ত্তন, ঘোষাপদ বৰগীত
অঙ্কিয়া ভাওনা আদি,
হে কৃষ্টি সংস্কৃতিৰে ভেটি,
বিলালা ধৰম শিকালা কৰম
গঢ়ি অসমীয়া জাতি ॥

হৰে ৰাম ৰাম হৰে কৃষ্ণ কৃষ্ণ
হৰে কৃষ্ণ হৰে ৰাম
ওহে হঁয়ে ৰাপুসকল। হয়—
শংকৰ মাধৱে দিলা সাম্য মৈত্ৰী বাণী
কুকুৰ শৃগাল গৰ্দ্দভৰো-আত্মাৰাম জানি
বান্ধিলন্ত তেৰা সবে সমাজৰ ভেটি
হেন গুৰুক নিচিনিলে হৈবা লটি-ঘটি।
হে গুৰু শংকৰ তুৱা চৰণে প্ৰণতি।

জয় জয় গুৰু হে শংকৰ মাধৱ হে
তুৱা চৰণে কৰো সহস্ৰ প্ৰণাম হে
হৰেকৃষ্ণ হৰেৰাম, হৰেকৃষ্ণ হৰেৰাম

—o—

শিল্পী—দেৱযানী বৰা, পিন্টু ভট্টাচাৰ্য্য কথা—মাধৱদেৱ

ৰাম গোসাঁই কৰহু গোহাৰি
বহু হৃদি পংকজ ঠাম হামাৰি ॥

মায়া ছোড়ি ভকতি কৰো দানা
কৰো তুৱা চৰণ পংকজ মধুপানা ॥

মাধৱ দাস কহয় ৰাম ভেৰা
যাহা যাহা চৰণ তাহা শিৱ মেৰা ॥

—০—

শিল্পী—ইন্দ্ৰানী গাংগুলী, ৰিদীপ দত্ত কথা—নিৰ্ম্মলপ্ৰভা বৰদলৈ

আহাছোঁ আহা কাষতে বহা
কোৱাচোঁ কোৱা চেনাই
কি বুলি মাতিবা চেনাইটি অ'
কি কথা পাতিবা জীউটি অ'
যৌৱন অথলে যায়।
নাহাহা নামাতা কথাও নোকোৱা কিয় ?
লাজ কৰিছা ? এৰাচো ভেমটি দিয়াচোঁ হাত মিলাই।
- উঃ কি বিপদ !

বুজানে নুবুজা ফাগুণৰে গান
দিবানে নিদিয়া সময়ৰে দান
আহাচোঁ কাষলৈ তুমি কি কাঠ
ধৰাচোঁ হাততে কিহৰনো লাজ
ভেজতে উঠিছে বান !
নাহাঁহা নামাতা কথাও নোকোৱা কিয় ?
ভয় পাইছা ? উচ্ছল দেহাটি লোৱাচোঁ সাৱটি লোৱা,
—ছিঃ তুমি বৰ নিলাজ !

—০—

শিল্পী—পিণ্টু ভট্টচাৰ্য্য, বিদীপ দত্ত
প্ৰভাত শৰ্ম্মা, ৰামেশ্বৰ পাঠক

কথা—অমৰ পাঠক

জিলমিল জিলমিল ধাননি সোণোৱালী
সোণগুটি সোণগুটি অ'
আহুধান, বাওধান, শালিধান, বৰোধান
বুকুতে সাৱটি লওঁ
আহু কাটি বাও কাটি বৰো কাটি
ভৰাল ওপচাই থওঁ। হে— ॥

যাৰ নাই ধান বোলে তাৰ নাই মান
এই ধান আমাৰ মেহনতী দান
সেউজীয়া বিপ্লব বাণী গাই যাও ঘৰে ঘৰে আমি
কৃষিতেই আছে সন্মান শ্ৰমতেহে বাঢ়ে সন্মান ॥

নিবন্নুৱা ডেকা! গাওঁ মুখী হোৱা
মন হব সেউজীয়া সেউজীয়া
ৰ'দালিয়ে ৰ'দ দিব ক'লা মেঘ আঁতৰিব অ'
মন হব সেউজীয়া সেউজীয়া
ৰ'দ দে বদালি ৰ'দ দে
বদ'ালি এ ৰ'দ দে ৰ'দ দে
কলা মেঘ আঁতৰাই ৰ'দালিয়ে ৰ'দ দে
দেহ মন পোহৰাই ৰ'দালিয়ে ৰ'দ দে

অ' ভাই যুবা ডেকা মিলিজুলি কাম কৰা
ৰ'দালি এ ৰ'দ দে
অ' ভাই আগবঢ়া খৰধৰ কাম কৰা
সময় বাগৰি যায় যে।

—০—

## কঁাচঘৰ

পৰিচালনা—বিজয়-পিযুচ সংগীত—জীতু-তপন

শিল্পী—মৃদুলা দাস দেৱান কথা—ভূপেন হাজৰিকা

আমাৰে ভন্‌টি শুব
সপোনৰ দেশলৈ যাব
শুকুলা ৰঙৰে মিঠাকে সপোনক
দিঠকৰ ৰূপকে দিব ।।

আমাৰে ভন্‌টি মহিলা হব
আৰোগ্য নিকেতন গঢ়িব
বিজ্ঞানেৰে ৰুগীয়াজনকে
সুঠাম উজ্জ্বল কৰিব
জীৱন মধুৰ হব ।।

শুকুলা চিকুন ৰৰকৈ ঘৰটিত
শুকুলা খট খটি
শাৰি শাৰি আছে শুকুলা শয্যা
ইমান পৰিপাটি
কতনা ৰুগীয়ে বাট চাই আছে
কেতিয়া আহিব আমাৰে ভন্‌টি
নিৰাশ ৰুগীকে অমৃত দিবহি
দিবহি দৰব যাতি
জীৱন পদুম ফুলিব ।।

—o—

শিল্পী -- সুমন কল্যানপুৰ

জীৱন ঘড়ীৰ প্ৰতিটো পল
যেন গ'লি গ'লি গ'ল—
নিঃসঙ্গতাৰ পকুৰা এটি
মাথো তাতে পৰি ৰ'ল।

তেজত আজি ৰক্ত কনিকা
কিয় জানো কমি গ'ল
দংশন ৰত বীজাণুৰ দল
মোৰ যে লগৰী হ'ল ।

বিলম্বিত লয় শূণ্যতা ভৰা সুৰ
সোঁৱৰণী সমলয় হাঁহাকাৰেৰে পুৰ
দিনবোৰ যেন সাগৰ পাৰৰ
অঘৰী চৰাই হ'ল
অন্ধক'ৰৰ দিগবলয়ত
পোহৰ হেৰাই গ'ল ।।

--০--

শিল্পী— ভূপেন, মৃদুলা আৰু সঙ্গীবৃন্দ

আশ্চিন মাসে দুর্গা পূজা
ঢাঁকেৰ কেমন গুড় গুড়ি
তাৰেই মাঝে ঝিলমিল কৰে
মোৰ প্ৰাণেৰ সুন্দৰী।

লালশাড়ী পিন্ধি নাচে
মাদল ঝুমুৰ বাজানা
নাকে নোলক বায়ে তাবিজ
কণ্জুন বাজে গহনা ।।

অইন দিনে দেখি কালা
কাণে কদম ফুল গ'
আজি কেন তোমাৰ কালা
বদন মলিন গ'।

একখানি পান দিয়ে
আশা দিয়া পালাইলি
ফাঁকি দিয়ে ওৰে পিয়া কাহে নাহিলি
বৃথা মোৰ নিশি গেল জাগায়া ৰাখিলি।

যখন ফুল কলিছিল
তখন ফুল আইল গেল
এখন ফুল নুতনে মজিল
পুৰাণা পীড়িতি ছাড়ে নতুনে মজিল ৰে।

এত যদিছিল মনে আগে না বলিলি কেনে
মোৰ যৌৱন তোৰ হাথে ৰৈল
তুমি তৰু হামি লতা যাও দেখি কোথা যাবে
হাঁসিব চান্দ আকাশে উঠিল।

আসে পাচে লাথৌ গাছ
গমকি উঠিল বাঁস
কেওঁৰা ফুল খোপাই পিন্ধি
নাচ ৰে ঝুমুৰ নাচ
আৰে নাচাৰে ঝুমুৰ নাচ।

তুই পইচাৰ পুঠি মাছ কাঞ্চা গোলাৰ তেলৰে
কোমৰ ধৰি সবাই খেলি
প্ৰেম পীড়িতিৰ খেল ৰে॥

—০—

শিল্পী—ভূপেন হাজৰিকা

অ' থুনুকা কাঁচঘৰ
তই বান্ধিবি কিমান
মোৰ মনপখী
সীমাৰ পৰিধি টানি ।

সৌ অসীম আকাশ
মোৰেই বাবে বাট চাই আছে
কামনাৰ ৰহন সানি ।

জানো মৰণ জীৱন একেটি নদীৰ
দুপাৰৰে দুটি ঘাট
শুনো মৰণ হেনো শ্যাম সমান
নিতে বাঁহী বায় তাত
তথাপি কিয় ছবি আঁকি যাও
জীৱন লালসাৰ
তথাপি কিয় মোৰ মানসত
বোৱতী সঁুতিৰ ধাৰ
য'ত জিলমিলিয়া পানী ।।

অ' কাঁচঘৰ মই যে তোৰেই
অতিথি ক্ষণিকৰ
স্থিতিৰ দেশত মন গতি মোৰ
হয় যে ক্ষীপ্ৰতৰ
তইতো নোৱাৰ পখীক বান্ধিব
জীয়া-সাগৰ পাৰৰ
কাঁচৰ শিকলি আনি ।।

—০—

# তৰামাই

পৰিচালনা —জীৱন বৰুৱা | কথা—কেশৱ মহন্ত

শিল্পী—দ্বীপেন বৰুৱা নমিতা ভট্টাচাৰ্য আৰু বহুতো | সংগীত—ৰমেন বৰুৱা

মাটি ফুটি ওলালে (হেই) ধানৰে গজালি
আকাশ ফুটি ওলালে হালধীয়া ৰ'দালি
হাতে হাতে চিকিমিকি কাঁচি
তলমুৱা সোণৰ থোকে
মাতিছে ঐ তোকে মোকে
ৰৈ ৰৈ মন উঠে নাচি।

সুৱাগমণি মাগুৰি পথাৰ আছে আগুৰি
মাণিক মাধুৰি জহা,
কিনো আমাৰ দাৱনী নাই ভাগৰ আমনি
ঘামত তিতিছে দেহা;
সোণ চিনি পুৰীলে দেহা চিনি ঘামিলে
জুৰ বাই দিয়ে আহি মচি।

বতাহত হালিছে লেহুকা বাঁহনি
ধাননিত পৰিছেহি ছাঁ
চকুখাই চৰাইটো উৰি গুচি গ'লে
দাৱনীৰ নলবিল গা।

বাঁহেনো কি খুৱাব ভয় বাৰু চেনাইটি
বতাহজনো কৰিব কি
ধুমুহা বিজুলী গণিতা নকৰো
সকলো যে চিনাকি।
নৈয়ে জানে জুৰিয়ে আকাশ বতাহ মাটিয়ে
হাঁহিবোৰ দিছে আমাক বাটি॥



শিল্পী—দীপেন, নমিতা কথা—কেশৱ মহন্ত

হাঁহে হৈ পৰিম গৈ তোমাৰে পুখুৰীত
পাৰ হৈ পৰিম গৈ চালত,
ঘামে হৈ সোমাম গৈ তোমাৰে শৰীৰত
মাখি হৈ চুমা দিম গালত ॥

লাজ লাজ লাজ ভন্টি নকৰিবা আমালৈ লাজ
লাজ লাজ ভন্টি তোমাৰ আমাৰ একেটি জাত
জাত জাত ভন্টি কিনো তোমাৰ অমাতৰ মাত
মাত মাত ভন্টি নকৰিবা আমালৈ লাজ ॥

এ ভন্টি ঢোলেটি বাৰলৈ
এ ভন্টি তিনিটি আঙুলি
এ ভন্টি মাজৰটিনো আঙুলি লৰে
ভন্টি আহ কাষলৈ
আহ ভন্টি নকৰিবা আমালৈ লাজ ॥

এ ভন্টি বহা তাঁতৰ পাতত
এ ভন্টি চকু আলি বাটত
এ ভন্টি মাকো সৰি সৰি পৰে
ভন্টি আহ কাষলৈ
আহ ভন্টি নকৰিবা আমালৈ লাজ ॥

এ ভন্টি আঠীয়া কলবে
এ ভন্টি পাতে নেকাটিবা
এ ভন্টি চিক্তিকিনো পৰিব এটা
ভন্টি আহ কাষলৈ
আহ ভন্টি নকৰিবা আমালৈ লাজ ॥

এ ভক্তি লোককে দেখুৱাই
এ ভক্তি কেতেৰা মাৰিবা
এ ভক্তি ভিতৰিনো নেৰিবা বেথা
ভক্তি মাত লাহেকৈ
চা ভক্তি নকৰিবা আমাগৈ লাজ ॥

—o—

শিল্পী—নমিতা ভট্টাচাৰ্য্য কথা—কেশৱ মহন্ত

আলি ঢাকি পৰ শালিকী
অগা দেওৱা কৰ শালিকী
তই যানো জান মোৰ কথা
মনৰ সাঁচতীয়া কথা
সি সতে ৰাখিছু ঢাকি ॥

বা লাগি ছাঁ লৰিলে
ধাননী লাহতে হালে জালে
ৰূপালী ৰূপহী কঁহুৱা ফুলনি
ব'দত তিৰবিৰাই জ্বলে
কোনে জ্বলাবহি মোৰ
হিয়াৰে ফুলবে ঢাকি।

বা লাগিলে ছাঁ লৰিলে
জুৰিটি ৰঙতে নাচে বাগে
আজলি আজলি আজলি কাজলী পানীৰে
আজলী হিয়াই কি মাগে
মনে বিচাৰিছে যাক
জেই জানোচা চিনাকি ॥

—o—

শিল্পী—দ্বীপেন, নমিতা সংগ্ৰহ, সম্পাদনা—জীৱন বৰুৱা

অভিকৈ চেনেহৰ মুগাৰে মহুৰা
তাতকৈ চেনেহৰ মাকো
তাতকৈ চেনেহৰ বহাগৰ বিহুটি
নেপাতি কেনেকৈ থাকো ॥

চ'তে গৈয়ে গৈয়ে অ' কমু জুমু
বহাগে পালেহি অ' কমু জুমু
ফুলিলে ভেবেলি লতা কমু জুমু
ঢোলৰ মাতে শুনো পেপাৰ মাতে শুনো
শুনিলো তোমাৰ মাত ৰব মই নোৱাৰো ॥

কৈনো থাকে মানে অ' জোনে জোনালী
ওৰকে নপৰে অ' জোনে জোনালী
আমাৰে বিহুৰে কথা জোনে জোনালী
বহাগ বিহু ৰঙালী, ৰঙালী ঐ বিহুতে
না নাচনীৰ লগতে আমি কৰিম খেমালী ॥

দিখৌ পাৰে কৰি দিব বিয়া কৰি
গৰুৰে গাড়ীতে তুলি।
তোমাৰ পিচে পিচে মযো গৈ থাকিম ঐ
গাড়ীৰ বোম বাঁহতে ধৰি।
ঐ নাচনী পখিলা উৰাদি উৰ
ঐ নাচনী মহুৰা ঘুৰাদি ঘূৰ ॥

লোকে মাছে মাৰে আঙুলি কান্দুলি
আমি মাছে মাৰো কুঢ়ি।
লোকে বিয়া কৰায় কুমলিয়া ছোৱালী
আমিনো বিয়া কৰাও বুঢ়ী ॥

—0—

হেৰা লিচিকাই নেহাহিবা মিচিকাই
যৌৱন গ'লে পাবলৈ নায়ে অ' চেনাইধন
ঢোলৰ মাতে বলিয়া কৰে অ' চেনাইধন
পেপাঁৰ মাতে কলিজা ভাঙে অ' চেনাইধন
কুলিৰ মাতে মুহিলে মনে অ' চেনাইধন
তোমাৰ মাতে বলিয়া কৰে ॥

তোমাৰে ঘৰলৈ চাইকেল মাৰি গৈছিলো
ওপৰলৈ উৰিলে ধূলি,
তোমাৰে বাপেৰাই মোকে মাৰিবলৈ
খাজিছে বন্দুকৰ গুলি।
হেৰা লিচিকাই…… ॥

সোৱণশিৰীৰ বালিতে কোনে সোণ কমালে
বালিতে বালিচন্দা ধুই
তুমি চোৱা আমালৈ আমি চাওঁ তোমালৈ
হুকালেনো হুকুৰা জুই ঐ
ঐ সকমাই তৰাদৈ
বুকুখন মোৰ বিষায় ঐ
কেতিয়ানো লগে পাম
মনৰ কথা কবলৈ।

তোমালৈ মনত পৰি শৰীৰ চপে চপাই
কি কৰো ক'লৈ যাওঁ লাগে,
তোমাৰে সন্ধ্যাপত ফুৰোগৈ অৰণ্যত
লেখাইলো বনবীয়া বনে ঐ
ঐ সকমাই……

শিল্পী—দ্বীপেন বৰুৱা

'বেলি লহিয়াই
দিন যায় অ' যায় গোধূলি উৰাই
কানি চুৰৰীয়া চকু
জুমি জুমি চাই দেখা যে নাপাই
ঘনে ঘনে লৰে বুকু ॥

সাজৰ তৰাটি অকলে নোলাবি
কেনেবা কৰে মন,
জোৰ পাতি পাতি বাঁহলৈ যুৰিবি
কন্মুৰা কৰচন
ঘৰমুৱা বেলি চটিয়াই নাযাবি
আকাশত ৰাঙলী ফাকু ॥

আগলৈ চাবি বাট অকোঁৱা পকোৱা
পিচলৈ চাবি কি,
জিৰালে পাবি কি ভাগৰে ধৰিব
অকলে যাবি কি
ক'ত পাবি তই গা চেঁচা পৰা
কেচা সোণ বৰষা চকু ॥

—০—

সংগ্ৰহ, সম্পাদনা— দ্বীবন বৰুৱা

হালধৈ লিখিলে মোকে ঐ চেনাইটি
কোৰলৈ লিখিলে মোক,
তিনি আঙুল কপালখন বিধাতাই লিখিলে
তোমালৈ নিলিখিলে মোক ॥

লুইতৰ বালি বগী চকে চকী
কাছইনো কণী পাৰে লেখি লেখি
কাছইনো কণী পাৰে লেখি।
গাতে জুয়ে জ্বলি সৰিয়হ বাগৰে
চেনাইক পানী ঘাটত দেখি দেখি
চেনাইক পানী ঘাটত দেখি ।।

হাতৰে আঙুলী পবলা পবলী
ভৰীৰে আঙুলী ঘন।
কোন জন ইশ্বৰে তোমাক সৰজিলে
চাইনো চাই থাকিবৰ মন ।।

চাইনো চাই থাকিলে হাবিয়াস নপলায়
নেখালেনো মুগুছে ভোক *
যেন সৰি যাব বালিহাতৰ বেঙেনা
দলিযাইনো দি যাব মোক ।।

দিহিঙৰ এবুকু পানী ঐ চেনাই ধন
দিচাঙৰ এবুকু পানী
সুতা পকোৱাদি পকাই সুধিলে
মনৰ কথা কবা জানো ভাঙি।

বাঁহৰে আগলৈ নয়ানদী নয়াকুল
চায়েনো পঠিয়ালো নয়ানদী নয়াকুল
বাহৰনো কোনদাদি পোণ
চেনাই নয়ানদী নয়াকুল
খোপাত তোমাৰ তগৰ ফুল
ফুলাকিনো পাৰিব চাব ।।

শইতে শপতে   নয়ানদী নয়াকূল
মিছা নেমাতিবা   নয়ানদী নয়াকূল
তোমাৰনো মৰমীয়াল কোন ?
চেনাই নয়ানদী নয়াকূল

পিছলিনো পৰিবা চাবা হেৰা আইজনী
পিছলিনো পৰিলে মাৰিনো দিম বিচনী
চেৰ্চা পাইনো টোপনি যাবা ।।

—০—

সংগ্ৰহ, সম্পাদনা—কেশৱ মহন্ত

নৈ নৈ হালিলে ন ডালি ভলুকা
পথাৰলৈ হালিলে কাক,
বুকুৰ কামিহাড় হ'ল ডালি ডালি
কালৈ চিন্তা কৰি থাক ।।

বৰনদী শুকালে মাছবে বেজাৰত
লুইতখন শুকাইছে কিয় ?
মই চেনাই খীনাইছো তোমাৰে বেজাৰত
তুমি চেনাই খীনাইছা কিয় ?

বা লাগিনো হালিলে কাকীনিনো তামোলে
আগেনো ছিগো ছিগো কৰে
কিনো লাগি হালিলে লাহৰীনো ককালটি
যামেনো টোপাটোপে সৰে ।।

গাৰেনো ঘাম সৰিব আঙুলীনো জৰিব
শুনিলেনো ঢোলৰে মাত
টাকুৰীনো ঘূৰা দি ককালটিনো ঘূৰিব
শুনিলেনো ঢোলৰে মাত ।।

সেন্দুৰৰে ফোঁটটি কপালতনো জিলিকিল
কৰকাজনো আকাশৰ জোন
কিনো হব মেলালে দীঘলনো চুলিটাৰী
শিৰত যে নাই সেন্দুৰী সোণ ॥

শিৰেনো উকা হৈ নেথাকেনো চিৰকাল
কপালতনো পৰিলে ফোঁট
ভাদৰ পানী পৰিলে নৈৰেনো মৰা সুঁতি
সাগৰ নেগুৰ ছিগা সোঁত ॥

বিধিকৈনো বিধাতা স্ৰজোতানো পালোতা
জনমৰ গৰাকী আই
উৰণীয়া চৰায়ে উৰেনো জোৰে পাতি
আমাৰনো জোৰ পাতোতা নাই ॥

নালেনো নাই বিচনি কেলেনো বনাইছিলা
বাৰীৰ বাঁহে অথানি কৰি
যদি নিবৰ মনে নাই কেলেই আশা দিছিলা
মনৰ আশা নিৰাশা কৰি ॥

আছে যদি কপালত ফুৰিম গৈনো চহৰত
হাতত‌নো ধৰা ধৰি কৰি,
নাই যদি কপালত খেতি কৰিম পথাৰত
মূৰতনো ভগা জাপি লৈ ॥

বিধিলৈনো বিধাতা স্ৰজোতানো পালোতা
তেওঁৰেনো ওপৰত ভৰ।
তোমাৰ আমাৰ কপালত লিখিলো লেখা আছে
তেওঁৰেনো, পাতত [illegible] [illegible] ॥

শিল্পী—দ্বীপেন বৰুৱা সংগ্ৰহ, সম্পাদনা—দ্বীৰেন বৰুৱা

আলি ঢাকি পৰিলে শালিকিনো চৰাইটি
পথাৰ ঢাকি ভৰিলে ধান
কেতিয়াবা মইনাজান এনেনো বেজাৰ লাগে
টেঁটু কাটি মৰিবৰ মন ॥

মৰম লগাই লগাই চেনেহ লগাই লগাই
কি গতি কৰিলা মোৰে ঐ মাজনী
কি কম দুখৰ কাহিনী
ক'লে চকুপানী দুগালে দুধাৰী
নিয়ৰ সৰাদি সৰে ঐ আইজনী।

কোনে আনি দিব নৈৰে পানীটুপি
কোনে ৰান্ধি দিব ভাত
নৰিয়াত পৰিলে মৰম লগাই লগাই
কোনে লগাই যাব মাতে ঐ মাজনী
ক'লে চকুপানী ওলায় ঐ আইজনী ॥

তুমি মোৰ লাহৰী প্ৰাণৰে পুতলি
তুমি মোৰ আন্ধাৰৰ চাকি
তুমিযে নহ'লে মৰম লগাই লগাই
দিওঁতা নহ'লে চেনেহ লগাই লগাই
ভোকত ভাত পিয়াহত পানী ঐ মাজনী···

বিলত পানী নহ'লে পদুম ফুল মুকুলে
কলিতে মৰহি যায়
অন্তৰত মৰম থাকিলে মৰম লগাই লগাই
অন্তৰতে মৰহি যায় অ' মাজনী···

—0—

## চামেলী মেমচা'ব

পৰিচালনা—আব্দুল মজিদ কথা, সংগীত—ভূপেন হাজৰিকা

শিল্পী—উষা মঙ্গেশকৰ

ক-খ-গ-ঘ-,চ-ছ-জ-ঝ ছুয়ে ছুয়ে চাৰি গো
এ দেশৰ স্কুল পঢ়ি গিয়ানী বনিব গো।

হামাৰ কচি কচি বাচা স্কুলে পঢ়িব গো
লিখি পঢ়ি বৰ হাৱা গাড়ীতে চৰিব গো
আসাম দেশে আসি মোৰা পাই বহু মৰম গো
কাচা সোণৰ ডালে ডালে টাকাৰ কচি পাতা গো।

পাতা তোলা মেহনত কৰা কলম ধৰা মুঠা গো
স্কুল পঢ়ি সাহস কৰি জাতিকে জাগাব গো।

অন্ধকাৰেৰ মাজে আজি চান্দ-তাৰা জ্বলে গো
মাষ্টাৰ বাবু ভাল মানুষ হামাক আলো দিব গো
হামাক গিয়ান দিব গো॥

—০—

শিল্পী—উষা মঙ্গেশকৰ

হাৱা নাই বাতাস নাই
সব দিশে সুখ নাই
তোমাৰ বিনা কেমনে ৰহিবো।
কেমনে সাগৰ হৰা পাৰ॥

পখীৰ মত আমাৰ যত
উৰি গেলো জীৱন পখীটি
পৰি ৰৈলো আশাই আমাৰ
উৰি গেলো প্ৰাণ সোণটি
নবৈলেক নাহি পাৰাপাৰ॥



শিল্পী—উষা মঙ্গেশকৰ

অসম দেশৰ বাগিচাৰে ছোৱালী
ঝুমুৰ টুমুৰ নাচি কৰোঁ ধেমালি
হে লছ্মী নহয় মোৰে নাম চামেলী ॥

শিৰীষ তলে ধৰৰি পাহি পাতা লম্বা পাৰি বলি
নাকে পিন্ধি নাকফুলী জোৱান ভুলালি
চম্পা নহয় মোৰে নাম চামেলী ॥

বাৰ মাসেৰ বাৰ ফুল ভাদৰ মাসেৰ কিয়াৰি
কিবা দৰে ছড়ে গেলো অভাগিনী পিয়াৰি।

ছোট ছোট ছোকৰী বৰ বৰ টুকৰী
ৰৰম সবুজ পাত তলে ডক্ ডক্,
জোৱান বুঢ়াৰ আখি দেখ্ কৰে লক্ লক্
চতো চতো বুকখানা কৰে ঢক ঢক
কি ভাবিস্ ঐ আমাৰ চাহেলী
মনে ৰাখ্ মোৰ নাম চামেলী।

এ বাপ দাদা আছিলে কোনোবা মুল্কত
পিছে আমি বিছ পাৰ জানো
এ হাঁহে হৈ চৰিম গৈ অ' মইনা
তোমাৰেনো পুখুৰীত তোমাৰেনো পুখুৰীত
পাৰ হৈলো পৰিমগৈ চালত

আৰে হৈ সোনাম গৈ অ' মইনা
তোমাৰেনো শৰীৰত তোমাৰেনো শৰীৰত
মাৰি হৈলো চুৰা জিম পালত।

ভাদৰ মাসৰ ধম্ ধমাধম্
কৰম পূজা ধম্ ধমাধম্
ব'জাও আজি ধম্ ধমাধম্ মাদল চাওঁতালী।

ঐ মুখাপিন্ধা তই কোন ছোৱালীৰে
আৰে বীৰবলৰ বেটী তই কি হাণ্টাৰৱালী
নে পিস্তলৱালী— আৰে পাগলী
হু—পাগলী নহয় মোৰে নাম চামেলী
বীৰবলেৰ বেটী মোৰ নাম চামেলী
অসম দেশৰ ········ বীৰবলেৰ·······
অসম দেশত আমি ফুৰোঁ উমলি।

চন্দ'ৰ বলে কাম কাম বাবু বলে ধৰি আন
চাহেব বলে লিব পিঠেৰ ছাম
অ' বিদেশী শ্যাম ফাকি দি আনিলি আসাম।

—০—

শিল্পী—ভূপেন হাজৰিকা

অ' বিদেশী বন্ধু! দুৰ্ভগীয়া!
আজি কিয়নো বন্ধু! অকলশৰীয়া
প্ৰতিধ্বনি শুন কান্দোনৰ।

প্ৰেমৰ সাগৰে জাহাজ মেলিলি
নেপালি কোনো বন্দৰ
সৰু চাকনৈয়াতে বন্দী হ'লি
হেঙ্কৰালি তোৰ লঙৰ।

চিৰ সেউজতে চামেলি দেখিলি
অতি মনোমুগ্ধকৰ
জিৰিকি বিদাৰি সুখদি লওঁতেই
চামেলি হ'লগৈ পৰ।

—০—

শিল্পী—উষা মঙ্গেশকৰ, ভূপেন হাজৰিকা

জিপি জাগি যাওঁ অ' জিপাওঁ
ছোটো ঘৰেৰ বহু বেটী পিচে পৰে চুল গো
যৌৱনেৰ আঙ্গিনাই উৰে গেন্দা ফুল গো।

কাঠেৰ মাজে তুলসী পাতেৰ মাজে পাণ
নাৰীৰ মাজে চামেলী পুৰুষ সাওধান ॥

দেশ গঢ়ি গঢ়ি খোপা বান্ধে হাত কৰি
হাতে সাখা চুৰি লাল শাৰী
ৰাজহংসে চা চ'লে গোৰী ।

লাল, লাল শালুকেৰ ফুল আৰে ৰাত্রি ফুটে লাল গো
কোন ফুল তাভ কত মধু গণিতে নাপাৰি গো,

পাঁকিলো ফুটিলো ডাড়িম লকে তাৰে খায়ৰে
শ্যালা, এই দেশে পণ্ডিত নাই পিয়াকে বুজাইৰে ॥

ৰূপৰ কদম ছালকে আৰে জিয়া মোৰা ললছে
তেৰা যৌৱন কলসীৰ পানী ছলকে জিয়া মোৰ ললছে ॥

—০—

হায়ৰে প্ৰাণেৰ বাচ্চা মোৰ
তুই কোলে নাই
মনে দেখি তনে অন্ধকাৰ ॥

আমাৰ শিশু বুকে নাই
আমাৰ মনে সুখে নাই
পৰাণডা মোৰ কৰে হাহাকাৰ ॥

—০—

# গঙ্গা চিলনীৰ পাখী

পৰিচালনা, সংগীত—পঙ্কজ বৰুৱা কথা— প্ৰচলিত

এসে নিজগুৰু

আত্মাত বিচাৰি লোৱা,
আত্মাৰ লগতে আছে নিজগুৰু
অচিনে সেৱা জনোৱা ॥

অচিনে ৰান্ধাহে অচিনে বাঢ়াহে
অচিনে অচিনে খায়,
অচিনে অচিনে ভকতি কৰিলে
দেহাৰ চিনা চিনি নাই ॥

মাজ সাগৰে এজুপি বিৰিখ
তাতে তৰবৰ কৰে
ফলৰ ভৰতে ডাল ভাগি পৰে
ধৰমে বয় কাৰ ঘৰে।

আগে দুই জনা পাচে দুই জনা
চাৰিবো কাণতে সোণা,
চাৰিবো হাততে লাল মোহন বাঁহী
ঠাকুৰ হৈলা কোন জনা ॥

কহয় মাধৱ শুনা প্ৰাণ বান্ধৱ
এৰিও বিষয় ধান্দা
হৰিৰ চৰণে অমূল্য ৰতন
ৰাম নাম গলে বান্ধা ॥

—০—

## কল্লোল

পৰিচালনা—অতুল বৰদলৈ                    কথা, সংগীত—রুদ্র বৰুৱা

শিল্পী—নমিতা ভট্টাচাৰ্য্য

দোলাৰে ভিতৰত বহিব নোৱাৰি
কাঁইট পৰা আছে তাত
হীৰা-মুকুতাৰে সজালে পৰালে
দেহা যে নপৰে শাঁত।

ভঁয় পৰা ফুল চিঙিব নোৱাৰি
হেঁপাহেৰে মেলি হাত
আঙুলি পৰশত পাহি সৰি পৰে
লগন সৰি পৰে পাত।

মনৰে কঁপনি কমাব নোৱাৰি
জাপৰে কাপোৰ দি গাত
থাকৰ মন নপ'লে খুৱাব নোৱাৰি
কাঁহীত বাঢ়ি দিয়া ভাত।

কথা কব লগা বহুতো থাকিলে
মুখৰে নোলায় মাত,
যাৰৰ মন নপলে দুখোজৰ হ'লেও
বহুত দীঘল লাগে বাট

—o—

## ৰঙমলাল

পৰিচালনা—নলিনী দুৱাৰা      সংগীত—নিৰ্ম্মল চক্ৰৱৰ্ত্তী

শিল্পী—অৰ্চনা মহন্ত, সান্ত্বনা বৰুৱা  কথা—নিৰ্ম্মল প্ৰভা বৰদলৈ

অ'— অ'— অ'— অ'
সেউজী কানন জিলিকে
ৰমক জমক কাচোনে
আজি ঘৰত নেথাকো
মনক বান্ধি নেৰাখো
সেউজ বনত ৰ'দালিৰে মেলা বহিছে।
সেউজী কুৰলীয়ে
শাৰী শাৰী গাভৰুৰে
ৰঙৰ মেলা পাতিছে
জিকা ফুলত সোণোৱালী ৰহঁণ লাগিছে
ৰঙা মাটিত কৃষ্ণচূড়াৰ ছায়া পৰিছে
অ' ছায়া পৰিছে—

এটি কলি দুটি পাত দুটি দুটি পাত
বতাহতে নাচি থাক নাচি নাচি থাক
দিহিঙৰে দূৰত সেয়া মাদল বাজিছে
মোৰ ভৰি নাচিছে মোৰ দেহা নাচিছে
অ'—মোৰ মন নাচিছে, মন নাচিছে।

আমাৰ বাগিছাৰে মূৰৰে
ঝিৰ ঝিৰ ঝিৰ ঝিৰ জুৰিৰে
ৰূপোৱালী পানীতোৰে মুখ সৰিছে



শিল্পী—দ্বীপেন বৰুৱা

কিযে মিঠা মিঠা লাগে
মোৰ মনৰ সপোনটি
শুনিবানে মাথো এবাৰ
মোৰ কাষতে থাকি ।
জান্‌কী জানকী নেমাতা কেলেই
অ' মান কৰিছা ? শুনা শুনা—
তোমাক পালেই মই
সোণৰে কাৰেং সাজিম
আৰু বেৰত আঁকিম মই
সোণোৱালী ৰূপোৱালী পাখি লগা
ধুনীয়া ময়ূৰ চৰাই ।
কদম ফুলিব মোৰ পদূলি আগত
নেপুৰবে ৰুনুজুনু ঘৰবে মাজত
বা ঃ কেনে ধুনীযা হব জান্‌কী
শুনিছানে নাই ? কিযে মিঠা



শিল্পী—খগেন, দ্বীপেন অৰ্চনা, শিবচৰণ দাস শান্তনা বৰুৱা
আৰু মিঃ চাচনি

অ' অ' ...... হে হে হে হে হেয়্যা
লাগিছে লাগিছে গাত ৰঙবে দোলা
উৎসবৰ ঝল মল আহিলে বেলা
আহিলে বেলা আহিলে বেলা
পূৱ ভাৰতীবে মনে মোহনীয়া
চিৰ সেউজীয়া আমি অসমীয়া
জীয়ৰী, জীয়ৰী বোৱাৰী ল'ৰা
ৰঙবে লাগিলে দোলা ॥

কোন দূৰণিত অ' কেতিয়া এৰিলো গাওঁ
অসমীৰে বুকুতে আইৰ মৰমে পাওঁ।
এই খনি শাৰদী অ' কৌন ধুৰে জনম দে
মাইগৰে বান্ধ লৈ হায়ৰে আসাম দেশ
কেৰেছাৰিলি আহাৰে কথে নিজ দেশ
তাতেকৈৰে বান্ধিল আহাৰে আসাম দেশ
বাহুতে বাহু দি অ' সোণ
জীৱনে গঢ়িছো অ' ধন
বিহুৰে চেৱতে ঝুমুৰে নাচিছো—.
পিন্ধিছো চেনেহৰ বুটা গথা
বিনাতৰ সুতাৰে মালা ॥ অ' ... ॥



শিল্পী—খগেন মহন্ত

প্ৰভু মই কিনো পাপে কৈলো
গুৰু মই কিনো পাপে কৈলো
মাণিকৰ দেহাত কিয় ডিঙৰা বুৰালো।
জীৱনৰ ডিঙাখনিৰ হেঙুলীয়া চৈ
নিয়তিৰ কুটিল হাঁহি তাৰে আঁৰত বৈ
গুৰু ঐ
কিনো দুখত বুকুৰে ধন পায়ো হেৰুৱালো॥
গধুলীৰে চিতাখনিত দিন জ্বলি শেষ
উপৰে চিতাত জ্বলে দেহৰ অৱশেষ
গুৰু ঐ—
বিচাৰৰ মায়া তোমাৰ একো নুবুজিলো ॥



শিল্পী—অৰ্চনা মহন্ত

বাও চকু লৰিছে তুমি চাগে আহিবা
মনে মনে মনে আহি চকু মুদাই ধৰিবা ॥

কি সাজ পিন্ধো বাক কৈ দিয়া চোন
চকুত কাজল ললে কেনে দেখি চোৱাচোন
চিচাৰ নিপিন্ধো চুৰী সাবটোতে ভাঙিব
এনে যেন লাগিছে তুমি আজি আহিবা ॥

তোমাক দেখিলে লাজ কিয় লাগে কবানে
এয়ে নেকি যৌৱন তুমি কিবা জানানে
নুবুজি ইবোৰ কথা তুমি মাথো আহিবা
এনে যেন লাগিছে তুমি আজি আহিবা ॥



শিল্পী—খগেন মহন্ত

কেতেকে বান্ধি দেলাই
হিলকি বিলকি খপা হায়ৰে
কেতেকে নজৰি লাগায়
বৃন্দাবন ৰস লাগায় ॥

ননদীয়া বান্ধি দেলাই হিলকি
দেওৰাত নজৰি লাগায় বৃন্দাবন

সক পথাৰে ধান বুনেছি
সীতা পাখুৰ খাই মোৰে হায় হায়
অ' দাদা দেন খেদাই
এমন সুন্দৰ হাৰ দোলছে গলায় ।

আ না না নাৰে নাৰে
আনা না না না মোৰে হায়ৰে ।—অ' দাদা ··
কনাভৰ বান্ধব হৰখিবে বিজ'। ফুল অ'
কনাভৰে বান্ধব লাল কমল ফুল বীৰে গমকে
ৰূপভৰে বান্ধব হৰখিবে ·····



## আদালত

পৰিচালনা—দিলীপ ডেকা সংগীত—জীতু—তপন

শিল্পী—বনশ্ৰী সেনগুপ্ত, কথা—মুকুল হক

ৰূপ জ্বলে জলমল মন চগা চঞ্চল
মায়াবি এই বাতি জল মল কৰে জলমল
কোৱানা কোৱানা কিয়নো যৌৱন চঞ্চল-কিয় চঞ্চল ?
এই মন উক উক হিয়া ঢুক ঢুক অনামি শিহৰণ
এই কামনাৰে জুই দেহা গ'লে চুই
চকুতে তৃষাৰে কাজল জ্বলে জলমল ॥
কোনোবাই কাণে কাণে ক'লে মনে মনে এপলক হাঁহি ল
দে মদিৰা ভৰাই সকলো পাহৰাই
উৰিছে ক্ষণে ক্ষণে পল—হৈ চঞ্চল ॥



কথা—দৰ্পনাথ শৰ্মা

দেৱতা কোৱা মোৰ মন মন্দিৰত
জলোৱা চাকিটি কোনেনো নুমালে
নয়নৰে মণি হিয়াৰে জুৰণি
মোৰ সপোনটি ক'তেনো হেৰালে ॥
জনাতো নাছিলো মই নুমাব দীপালী
অশ্রু তিমিৰে মোৰ চাকিৰ জোনালী
আশাৰ কলিটি অকালতে মৰহিলে ধূলিতে মিলিলে
জলোৱা চাকিটি কোনেনো নুমালে ॥
নিবিনাৰি মনে মোৰ আকাশলৈ চাই চাই
শূণ্য আকাশে তোক দিবলৈ একো নাই
অন্তৰ উজাৰি নিব কাঢ়ি অন্ধ কালে কান্দিৰ কোনে
জলোৱা চাকিটি কোনেনো নুমালে ॥



শিল্পী -- দ্বিপেন বৰুৱা কথা -- নুকল হ'ক

আঘোণে আনিলে হাঁহি আনিলে
সোণালী পথাৰে আজি হাঁহিলে ।

হিয়া জুৰণীয়া গুৱনি ধাননি
দেহা জুৰণায়া কাৰেনো মুখনি
ৰঙতে বাউলী হালিছে জালিছে মন ।

চেনাইটি সোণতে সপুৰগা তোৰেনো হাঁহিটি
মনে মোহনীয়া সুছবি মাৰিলি
কিহতে কি দি আহুদি কৰিলি
তোকেনো পাবলৈ উগুলে থুগুলে মন ॥

ঢৌৰে ঢৌৰ যায় ভাহি ডিঙা মোৰ
এই ঢৌৰ জানে যে ঠিকনা মোৰ
এই নদী বিশাল সোঁত কোবাল জল অতল
বহুল বুকু সুঠাম বাহুত আছেযে বল ।

মন মুকলি ৰঙ বুটলি পৰাণ মুখি গাওঁ
নাই ঠিকনা বাট অজানা যাও মাথো মই যাওঁ
এই ধৰা মোৰেই ঘৰ নাই তাত কোনো পৰ
মুকলি মনেৰে চাওঁ হাততে সৰগ পাওঁ ॥



শিল্পী — দ্বীপেন বৰুৱা কথা - দৰ্পনাথ শৰ্ম্মা

মাটিৰ প্ৰদীপ হৈ জ্বলি ৰম মই
তোমাৰ মিলনৰ মহানিশা ।
ম্লান হৈ যাব শলিতা চাকিৰ
জ্বলিব যেতিয়া হোমৰ শিখা
তোমাৰ মিলনৰ মহানিশা ॥

তোমাৰ কপালত ৰেখা আঁকি
মোৰ জীৱনৰ সপোন বাকী
খোপাতে পিন্ধাব মালতী ৰাশি
পাহিতে মোৰ কবিতা লিখা ॥

ধুপৰ গোন্ধে আনিব জানো
আজিৰ দিনৰে কথা
প্ৰীতি কুসুমেৰে গাথিব জানো
মৰহা স্মৃতিৰে মালা।

নতুন প্ৰেৰণাৰে কবিতা আনি
অতীতৰ স্মৃতি পেলাবা মছি
পুৱাই আহিব সেই নিশাটি
মধু জীৱনৰ নবীন উষা ॥



শিল্পী—দ্বীপেন, বনশ্ৰী কথা—মুকুল হ'ক

ফাগুনে আনিলে ফুলৰ শৰাই
মন যে পখিলা উৰাদি উৰিয়ে যায়
তোমালৈ বাট চাই চাই
ফাগুনৰ দিন যায় যায় ॥

নেজানো আহে কিয় ফাগুনৰে দিন
ময়ো যে নেজানো
মন কিয় স্বপ্ন ৰঙীন
ময়ো যে নেজানো
আহি ক'বেনো নিলাজী নিলাজী মলয়া বাই
কাৰ লাজৰ ওৰণি দিলে গুচাই।

ক'বানে মন লিপিত লিখিলা নাম কাৰ
তোলে যি মন নদীত মৃদু মধু জোৱাৰ
ৰামধেনুৰ ৰঙে পিন্ধালে মণিহাৰ
আজি কাৰতে চিনাকি চিনাকি জনকে পাই
কিনো আবেগে যাচিছে প্ৰাণৰ শৰাই ।
ক্ষতি কি মন যদি চঞ্চল অলি হৈ
গুণ্ গুণ্ গীতেৰে তোমাক সাবটি লয়
ক্ষণিকৰ এই লগন যদি হয় মধুময়
মৌ যুৰিয়ে নিজৰি নিজৰি দিলে জনাই ।
এই জীৱনত মৰমৰ তুলনা নাই ॥

—◻—

শিল্পী—দ্বীপেন বৰুৱা কথা— নৰকান্ত বৰুৱা

মন কিয় সপোন ৰঙীন ?
তুমি জানা নেকি ?
এই মধুৰ স্বপ্ন খেলা, আমাৰ চিনাকি ।

কাৰ চকুৱে খেলিলে লুকা-ভাকু
মন আকাশত সানিলে ৰঙা ফাকু,
কয় কলীয়া মেঘে
আৰু থাকিলে কি বাকী
মন কিয় নিৰাশ মগন, ?

এই সময়ে হাঁহিব আৰে আৰে
কোন বেদনাৰ মায়াৰ জাল তৰে
কঁপে দুখনি হিয়া
তাৰে কোলনি লাগি
মন আজি কিহত মগন ?

## প্ৰাণগংগা

পৰিচালনা— ৰবীন চেতীয়া

শিল্পী— ভূপেন হাজৰিকা

সংগীত, কথা

উপেন কাকতি

অথাই জলধিতে যশোৱা মাই
জীৱন হেৰাই
প্ৰলয় সাগৰতে যাদব ৰাই
সপোন লুকাই;
মনিষৰ আতমাই বিননি জুৰিছে
গোসাই মোৰ ক'তে পলাই।

হে প্ৰাণ কানাই হে মোৰ গোসাই
ধৰমৰ কৰমৰ নামঘৰ থাপনাত
ৰখিয়া কৃষ্ণ গোসাই হে
জীৱনো কিনো বিলাই ॥
হে প্ৰাণ কৃপাল হে মোৰ দয়াল
জীৱনৰ পৰাণৰ সোণ মোৰ পথাৰৰ
কলীয়া বাণে উটাই হে
কান্দিছে লখিমী আই ॥

ত্ৰাহি ত্ৰাহি যাদব ৰাই
প্ৰাণগংগাৰ জলতে তৰিত হেৰাই
মাটিৰ মানুহ মাটিতে হায়
মাটিতে শৰীৰটো মিলিব পায়
পিচে ব্ৰহ্মাণ্ডৰ মাটিয়ে মুজুৰে কলীয়া
নসয় মোৰ দেহাৰে ভাৰে হে কলীয়া
লগালো কিনো যে দায় ॥

শিল্পী—ভূপেন হাজৰিকা, নিৰ্ম্মলা মিশ্ৰ, শ্যামল মিত্ৰ

কথা— নিৰ্ম্মল প্ৰভা বৰদলৈ

মই পিয়লা পিয়লা
ৰঙা নিজৰা নিজৰা
মিঠা ৰসে ভাল পাওঁ
কোনে দিবহি মোক
কোনে দিবহি মোক
মই পিয়লা ॥

আহা পিয়লা কাষলৈ
আহা পিয়লা হাতলৈ
দূৰ কৰা প্ৰাণ চাহাৰা
সিক্ত কৰা জীৱন মোৰ।
মই পিয়লা ॥

এই জীৱন একো নাই শূণ্য
সব জানিলেই পূৰ্ণ
চকুপানী আৰু দুখ
আৰে দোষ্ট
হাঁহিৰে কৰাহি দূৰ
ৰাগীৰে কৰাহি দূৰ

মই পিয়লা ॥
আৰে যা যা চুপুতি নক'ৰবি
চুপুতি নকৰিবি
আৰে যা
জুই যে জ্বলিছে দেহতে দেহতে
আহাছো অকণ বুকুতে
উছ হাততে

গুপুতে কোৱাহি লাহেকৈ লাহেকৈ
মৰমৰ কথাটি ভালকৈ কৈ কৈ
পিয়লাটি মোৰ প্ৰাণৰে পথৰে
পিয়লাটি মোৰ ৰঙৰে ৰঙৰে
জ্বলাজুই মোৰ বুকুৰে
মুমুৰাই লৰহি মোৰ ॥



শিল্পী—অৰ্চনা মহন্ত

নুবুজো তোমাৰ মায়া হে প্ৰভু আমি
নুবুজো তোমাৰ লীলা
ঘৰতো ঠাই নাই বাটতো ঠাই নাই
আশ্ৰয় ক'তেনো দিলা ॥

কিনো জুই লগা আমাৰে কপাল
য'তে ভৰি থও কপেঁ
লখিমী দিনৰে কত সোৱৰণী
উটি যা চকুলো সতে
অতকৈ যাতনা কিয় দিছা প্ৰভু
শান্তি ক'তেনো থলা ॥

শুনিছো হে প্ৰভু জীৱৰে দুখকে
তুমি হেনো দুখ কৰা
সহিব নোৱাৰো এনুৰা যাতনা
কিয় প্ৰভু মোক দিলা
এখানি করুণা দিয়া প্ৰভু মোক
পাৱতে শৰণ দিয়া



শিল্পী—খগেন মহন্ত, অৰ্চনা মহন্ত

জান ঐ — জান ঐ
আই ঐ — আই ঐ
ব্যক্তি সমাজিকত দেখিলো ধনকে
সাৰ পাই দেখিলো দিনত
বহাগৰ বিহুটি ৰমকে জমকে
বাই জাই দেহত নে মনত
মোৰ পেপাঁটি বজালা চেনাইটি
নাচো নাচো লাগে মন।
ফুলে জিকেমিকে ব'দে জিকেমিকাই
বহাগৰ লিহিৰি বন॥

আই ঐ জান ঐ চৰাই বিনন্দীয়া
" " " " পানীও ধুনীয়া
আই ঐ ৰ'দত তিৰে বিৰে কৰে.
আই ঐ জান ঐ মোৰে মইনামতীক
" " " " কোনে সৰ্ধজিলে
চাই থাক চাই থাক কৰে,
মোৰ পিৰিতি তুমি মোৰ দেহাটি
তুমি মোৰ বুকুৰে ধন॥

পানীত জিকেমিকাই পানীৰে পকৰা
মনত জিকেমিকাই কোন.
মনৰে আকাশত বেলি জিকেমিকাই
চেনেহৰ এনেহে গুণ
মোৰ পিৰিতি তুমি মোৰ দেহাটি
তুমি মোৰ আচলৰ ধন
মোৰ চেনাইটি পিৰিতিৰ পেপাঁটি
বজালা উতলা মন



## খোজ

পৰিচালনা—পুলক গগৈ

কথা + সংগীত—
ভূপেন হাজৰিকা

শিল্পী—ভূপেন হাজৰিকা
উষা মঙ্গেশকৰ

জিলমিলিয়া কোমল বালি
তাহানিৰ কথা কিয় আজি কলি
তাহানিৰ কাহিনী কিয় শুনালি
বুকুতে মিঠা মিঠা সুৰ ঢালিলি
জিলমিলিয়া কোমল বালি
তাহানিৰ কাহিনী কিয় শুনালি
বুকুতে মিঠা মিঠা বিহ ঢালিলি ॥

বালিমাহী বালিমাহী বালিমাহী
তই দেখো কৰ আজি হাঁহি হাঁহি
উভতি নবয় সময় নদী
সুফুলে সৰা পাহী ॥

ভৰিতে উলিয়ালে তেজৰ টোপাল
কাঁইটিয়া গছৰ ছলে
সময় বালিত কাৰোবাৰ খোজ
মচি দিয়ে লক লক জুলে।

হেপাহবে বালিঘৰ সাজিবহে পাৰি
তাততো এপলকো থাকিব নোৱাৰি
তেনে কিয় সাজি সাজি থাইছা হাৰাথুৰী



শিল্পী—উষা মঙ্গেশকাৰ

চিনাকি মোৰ মনৰ মানুহ
তোমাৰ বাবেই জনম লভিছো
তোমাৰ ঘাটৰ বিপৰীতেই
নাওখনি মোৰ বান্ধিছো
তুমি চিনিছানে নাই মই নাজানিলো-
নাজানিলো ॥

গধূলিটো হ'ল দেখো অতি সেমেকা
জীৱনটো কিবা পানী মেটেকা
তুমি দেখিছানে নাই মই নাজানিলো ॥

মণি বুলি কালসাপ ডিঙিতে পিন্ধিলো
ভুলকেই ফুল বুলি খোপাত গুজিলো
তুমি দেখিছানে নাই মই নাজানিলো ।
তুমি আছা সিটো পাৰে ইপাৰেযে মই
দুয়োৰে মাজতে বয় সোৱৰণী নৈ
সাকো দেখিছানে নাই মই নাজানিলো ॥

সাকো দেখিছানে নাই
সাকো দেখিছানে নাই
সাকো দেখিছানে নাই মই নাজানিলো ॥

চিনাকি—
চিনাকি মোৰ মনৰ মানুহ
তোমাৰ বাবেই জনম লভিছো ।



## পুতলা ঘৰ

পৰিচালনা—সমৰেন্দ্ৰ নাৰায়ণ দেৱ   কথা. সংগীত—তফজ্জুল আলি

শিল্পী—অনিমা চৌধুৰী, নিৰ্মলা মিশ্ৰ

লুকাভাকু খেলো আহা লিহিৰি বনতে
লৰি লৰি ফুৰো আহা খৰালি চাপৰিতে ॥

মুকলি সৌ আকাশ
        জুৰ বতাহ কিয় মাতে
শুকুলা সৌ মেঘালি
        মন উতলা কিয় তাতে
আমিযো হাঁহি হাঁহি ভাঁহি ফুৰো আনন্দতে ॥

আজি এই নৈ পাৰতে যেন
        নিজকে যাম পাহৰি
ৰূপালী এই বালিতে যেন
        এটিবাৰ যাম বাগৰি
সোণালী ৰঁদালিৰে সখী পাতি মৰমতে ॥

— ● —

শিল্পী—অনিমা চৌধুৰী

বৃন্দাবন ত্যেজি কৃষ্ণ মথুৰাক গৈল
দুপৰৰ বেলি যেন থিতাতে লুকাইল ॥

প্ৰাণ কানু কানু বুলি যশোৱা ধিনাৱে
অভাগিনী ৰাধিকাৰ নয়ন জুৰাৱে ॥

দিবস নথায় যেন দুপুৱায় ৰাতি
কানু বিনে ৰাধিকাৰ কিনো হৈব গতি ॥

শূণ্য ভৈল বৃন্দাবন শূণ্য ভৈল মন
জীৱন নৰহে নাদেখিয়া প্ৰাণধন ॥

— ● —

শিল্পী—দ্বীপেন বৰুৱা

পুতলা ঘৰৰ পুতলা আমি
খেলাৰ লগৰী ললো বাচি
দুদিন খেলি আমনি লাগি
কোন কেনিবাদি যায় গুচি ॥

কিয় কান্দা বুকু ভাঙি
কিয় টোকা চকুপানী
পাহৰা দুখ হাঁহি হাঁহি
চকুৰ পানী দিয়া মচি ॥

যিয়ে জানে বিচাৰিব
কাৰবতে লগৰী পাব
নিজে আছি আদৰি লব
মৰম দিব উপচাচি ॥



চোৱা চোৱা কথা কোৱা
মনে মনে কিয় তুমি থাকানো
মিচিক মিচিক কিয় হাঁহানো ?

হাতৰে আঙুলি পৰালি পৰালি
ভৰিৰে আঙুলি ঘন,
কোন খনিকৰে তোমাক সৰজিলে
চাইনো চাই থাকিবৰ মন,
কোৱা কোৱা এনে ৰূপ ক'ত পালানো ?

'অ' চেনাই কিনো চকুযুৰি তাতে হৰিণী চাৱনি
লাৱনী মুখনি তাতে ফুলিছে পদুমী
অলিয়া বলিয়া মন কিয় জানো ॥



## পলাশৰ ৰং

পৰিচালনা—জীৱন বৰা        সংগীত · কথা—ভূপেন হাজৰিকা

শিল্পী—ভূপেন হাজৰিকা, উষা মঙ্গেশকৰ

পলাশৰে ৰঙ কোনেনো সানিলে
এই মিঠা সেউজ বননীত
(আৰু) তোমাৰ কোমল চাৱনিত ?

জীৱনৰে ৰঙ পলাশে সানিলে
কোমল কোমল ঘাঁহনিত
(আৰু) তোমাৰ বুকুখনিত ॥

যৌবনৰে এই বলিয়া বানত
তুমিয়ে ময়ে সাঁতৰো আহা
মৰমৰে এই এনাজৰীৰে

ছুয়ো ছুয়োকো বান্ধো আঁহা
বান্ধ ভাগি গ'লে হেৰাব শৰত
ধুমুহা আহিব ধৰণীত ॥

মনে ভৰা কথাটি নেথাকে গুপুত
আৰু কথা থাকিল বহুত
নোকোৱা কথাষাৰি নোকোৱাকৈ থাকিলেও
ধৰা পৰে তোমাৰ চকুত
নীলা আকাশত আজি আউজি লৈ
হালিছে জ্বলিছে পলাশৰে ফুল
ফুলটো নহয় সেয়া মৰমৰে জুই
যেমানে মৰমে কোনো জাতিকুল
দানৱী বিভেদক মানৱী চেনেহে
কৰিব এদিন পৰাজিত ॥

— ● —

শিল্পী—ভূপেন হাজৰিকা গীতা চৌধুৰী

অ' জীৱনৰ নদীৰে কতনা মোহনা
কোনটো দিশেনো ঘাট
ক'তেনো পামগৈ মৰমৰে ভৰা
এৰাৰি আপোন মাত
মোৰ বান্ধৈ ঐ চিনাই নিদিয়ানে বাট ॥

সচাঁ সোণৰ মৰম য'চি যাচি পালোঁ
শোকেৰে জীৱনটো জোৰা
কাঁচৰে মোলতে সোণবোৰ বিকিলো
কিনো কপালখনে পোৰা
বেহা হেকৱালো ভুৱা হাট বেহালো
চিনাই নিদিয়ানে বাট ?

এমন ৰসেৰ নদীতে সইগো
ডুব দিলাম না
নদীৰ কুলে কুলে ঘুৰে বেড়াই
পাইনা ঘাটেৰ ঠিকানা ।

আলহী ঘৰটি জিৰণীয়া ঘৰে
দুদিনীয়া ক্ষণিকৰ,
সিও যে হয় গৈ আপনাৰে ঘৰে
ওৰেটি জীৱনৰ ।

চেনেহ ঢালি ঢালি ললো আকোঁৱালি
ছিৱাখন পাৰি যায় শাঁত
চিনাই নিদিয়ানে বাট ?

নিত্যই ঘাটে স্নান করিতাম
জলের ছায়ায় ঐ রূপ দেখতামনা
জলে নামি নামি নামি ব'লে
পৰাণ ভ'য়ে নামি না সইগো
ডুব দিলাম না ॥

চনকা মনটি বৰ আদকৰা
ঠুনুকাই ঠুনুকাই ভাগে,
অচিন ভাৱৰে নিঠকৰা জীৱ
ঘনে ঘনে আউস লাগে
নিশাৰে সপোনটি নুবুজা মায়া যেন
নাপাও দেখো তাৰে অঁাত ॥



ময়ে অসমৰ ময়ে ভাৰতৰ
ময়ে ডেকা লৰা অগ্নিময়
ময়ে কাককৰ ময়ে খনিকৰ
ময়েই চিত্ৰকৰ গঢ়ি যাওঁ মানুহৰ
সুৰ অপৰূপ কত নৰৰূপ
ময়েই ৰূপকোঁৱৰ।

কামৰূপ মোৰ সুৰ দিসুৰীয়া
অসমীয়া ভাষা জগৎ সভালৈ যাব
উজ্জ্বল সুউজ্জ্বল কোহিনুৰ পিন্ধি
ইঁহি জ্যোতিৰূপা হ'ব ॥

ময়ে অসমীয়া শৰাইঘাটত
চোকা তৰোৱাল লওঁ লাচিতৰ
মোমাই তামুলী গড
দুৰ্জ্জয় অগ্নিগড ময়েই
নাই মোৰ সমশৰ ॥

ময়েই খাছিয়া মই জয়ন্তীয়া
ডফলা আবৰ অ'কা
ময়ে চিংফৌ ভৈয়ামৰ মিৰি
শোৱণশিৰীয়া ডেকা ।

বিজয়ী আহোম কছাৰী কোঁচৰ
মেছৰ কুমাৰ মই ৰাজবংশী ৰাভা
কপালত জ্বলে শত গৌৰৱ আভা
মই লালুং চুতীয়া লুচাই মিকিৰ গাৰো
মিচিমি, খামটি, নগা, আঙ্গামী বীৰ
পৰ্বতে পাহাৰে জ্বলিছে উচ্চ শিৰ ।

সাম্য মৈত্ৰীৰ ময়েই বন্ধুৰা
চাহ বাগিছাৰ ময়েই বন্ধুৰা
ন অসমীয়া মৈমনচিঙিয়া
থলুৱা নেপালী
নৃত্যকুশলী মণিপুৰীয়াও মই ।

মই কত পৰ্ব্বতৰ কত ভৈয়ামৰ
শত শত নিজৰাৰ ধাৰ
হিল দ'ল ভাঙি বৈ আহি আহি
বৰ লুইতত হৈ যাওঁ একাকাৰ ॥



পদ্মাৰ ধুমুহাই উকৰাই নিছিলে
হে আমাৰ সোণৰ ঘৰে বাৰী
হে উজনী পানীতে সাঁতুৰি পালোঁহি
বৰ লুইতৰ চাপৰিত ।

আকৌ বান্ধিম ঘৰ আকৌ গামেই গীত
আপোন হাতে অসম গঢ়িম শাঁত পবিৰ চিত

মনৰে বননীত সমনীয়া চেনেহৰে নিজৰা
পানীকেহে এটুপি পিওঁ
তোৰাসৱ ভেটিতে ঐ চেনাই তুমিয়ে ঘৰ বান্ধা
আমি টঙাল টুলায়ে দিওঁ ।

ভাষা নুবুজিও যুগে যুগে আছে
মানুহে মানুহৰ পিনে
মৰমৰ ভাষাৰে আখৰ নাইকিয়া
হে বুজিব খুজিলেই চিনে ।

পিৰিতি পিৰিতি পিৰিতি
পিৰিতি মিঠা চুৰা দৈ
পিৰিতি পিৰিতি পিৰিতি
পিৰিতি বোৱা বোৱতি নৈ
পিৰিতি পিৰিতি পিৰিতি
ওৰে জীৱন থাকিব বই ।

তুমিয়ে মইয়ে দেশখন গঢ়োঁতে
যদিহে কেঁচা ঘাম সৰে
দুয়োৰে ঘামৰে মিলনে দেখিবা
বুৰঞ্জী ৰচনা কৰে ॥

গংগা পদ্মা কৃষ্ণা গোদাবৰী ব্ৰহ্মপুত্ৰ কাবেৰী
গংগা পদ্মা কৃষ্ণা সোৱণশিৰী ব্ৰহ্মপুত্ৰ কাবেৰী
সবে মিলি ভাৰত মহাসাগৰলৈ যায়
ৰঙতে ৰাগৰি ৰাগৰি



মন যাৰে চায়ৰে বন্ধু চিত্ত যাৰে চায়
তাৰেকি ভুলিতে পাৰি পৰেৰ কথায় ॥
আমেৰ গাছে নাইৰে আম বাঁটুল কেন মাৰ
তোমায় আমায় হয় পিৰিতি আঁখি কেন মাৰ ?
বাড়ীৰ শোভা ফুল বাগিচা ঘৰেৰ শোভা বুঢ়া
নাৰীৰ শোভা শাখা সিন্দুৰ দুৰিয়াৰ শোভা ডিঙ্গা।
যখন তোমাৰ কেউছিলনা তখন ছিলাম আমি
এখন তোমাৰ সব হইয়াছে পৰ হইয়াছি আমি ॥



মাগো—আমায় টাইনা নে
তোমাৰ ছাওয়ালে কান্দে
দুধে মুখে দেওনা মাগো.
আমায় টাইনা নে ॥



াৈমেৰ বাঁশী কিগো জানৰে শ্যামেৰ বাঁশীৰে
ও গো সহসখী প্ৰিয়হাসি ৰাধিকা জগ্গাসৰে ॥



দূৰৈকৈ পুখুৰী খন্দালা পিতাদেউ
বন্ধালা সেন্দুৰী আলি হে
সেন্দুৰী আলিতে চলিব নোৱাৰি
সোণৰ খৰিকা যেন ভৰি হে ॥



## বনহংস

পৰিচালনা—আব্দুল মজিদ      কথা+সংগীত—ভূপেন হাজৰিকা

শিল্পী—ভূপেন হাজৰিকা

আগলি বাঁহৰে লাহৰী গগনা
বাজি উঠিল কিয়
আগলি কলৰে এখিলানো পাত
কঁপি উঠিল কিয়
মুকুতিৰ মূৰুলী শুনি ॥

ৰাজ কাৰেঙৰ ৰঙা চকুক নেওচি ওলাল কোন
ডেকাবকৰাহে এইজন মোৰ কেঁচা সোণ
বজ্ৰকঠোৰ ৰাজনীতিকে নেওচি ওলাল কোন
ৰূপহী ৰাজকুঁৱৰী মোৰ আকাশৰে জোন ॥

মৰমৰ বৰ নামঘৰৰে বৰ খুটা পুতিলোঁ
সমপ্ৰেমৰ সোণৰূপৰে পাট মেৰিয়ালোঁ
আও পুৰণি নীতি নিয়ম আমিয়ে ভাঙিলোঁ
মনৰ সীমাক বাধা দিয়া ধন গছকিলোঁ
নীৰস মনক জীপাল কৰা বৰদৈচিলা আমি
বিচাৰবো ভুলাচনীবো বিচাৰকো আমি
শক্তিকাৰে এলাহুকে সাৰোঁ পুচো আমি
মুকলি আকাশ মুকলি উশাহ
আমি দুয়ো আজি যেন মুক্তি প্ৰকাশ
দুটি দেহত দুটি মানুহ
একেটি মাথোন হিয়া
সন্মুখতে বাট আমাৰ বৰণ সেন্দুৰীয়া ॥



শিল্পী—অঞ্জু দেৱী

নিজক দেখি আজি কালি বেলেগ ভাব জাগে
দাপোণখনিৰ মই জনীক সপোন সপোন লাগে ॥
সিদিনালৈকে আছিলোঁ দেখোন পুতুলাঘৰ সাজি
পুতুলাবে কইনা দৰা নেখেলোযে আজি
পুতুলাবোৰ মানুহ মানুহ লগা হ'ল যে কিয়
মৰম চাৱনিৰে মোক জোকাই কিয়
চাৱনিবো মানেবোৰো বুজা যেন লাগে ॥
সোণপুৱতিৰ সোণ আঙুলিৰ পৰশ লাগি যায়
সেই পৰশৰ মিঠা উমত দেহা দহি যায়
ৰৰষাই এঙামুৰি দি সকীয়াই
মই হেনো যুৱতী হ'ল শৈশৱ আৰু নাই
কিয় যেন আজি কালি লাজ লাজ লাগে ॥



শিল্পী—ভুপেন হাজৰিকা

ভাবিছিলা এবুকু ভৰাই ঘৰৰ মায়া পাবা
সেই মায়াৰে কোমল কোলাত ক্ষণিক জিৰাবা ॥
ঘৰ আছে মায়া নাই সঙ্গীহীনৰ সঙ্গী নাই
ফুল আছে সুগন্ধি নাই প্ৰদীপ আছে জেউতি নাই
কাৰনো মৰম আকোৱালি লবা—সহাঁৰি নেপাবা ॥
শ্ৰান্ত বতৰ ক্লান্ত বায়ু সুৰ বন্দী হ'ল
আশাৰ তৰী নিৰাশাৰ বালিত লাগি ৰ'ল।
সকলো আছে কিবা নাই জীৱন আছে ৰস নাই
প্ৰভাত আছে সূৰ্য্য নাই শূন্যতো একো যে নাই
কি বিচাৰি কলৈ গুছি যাবা কাকো যে নেপাবা ॥



শিল্পী—ভূপেন হাজৰিকা, ভাস্কৰ দাস

কাৰ ঘৰৰ লখিমী ঘৰলৈ উভতিছে
কাৰ ঘৰ সজাই পৰাই কোনে বাট চাইছে।

কাৰ ঘৰত মেট্ মৰা ক'লা ধন বিৰাজিছে
কাৰ ঘৰত অভাৱে জীৱন জোকাৰিছে।
কাৰো ঘৰত প্ৰাচুৰ্য্যই পোহাৰ মেলিছে
কাৰো ঘৰত নোপোৱাৰ চকুলো সৰিছে ॥

কোনোবাই কাৰেং সাজি বিদ্যাৰ আলয় পাতিছে
অভিজাত দুলাল সবে ৰঙৰ খেলা খেলিছে।
কাৰোবাৰ পঢ়াশালিত জকা ভাগি পৰিছে
দুখীয়াৰ ছৱালে তাতে বিয়োগ অংক শিকিছে
কাৰোবাৰ সোণৰ সজাত ঈশ্বৰ বন্দী হৈছে
দুখীয়াৰ থাপনাতে শলিতা কঁপিছে ॥

আমি যেন একোটি বনহংস
উৰি উৰি বিচাৰিছো নিজ সত্তা
খাদ্য শান্তি আৰু নিৰাপত্তা।
উৰিছো উত্তৰ দক্ষিণে ঘনে
উৰিছো পূৰ্ব আৰু পশ্চিম পিনে
উৰি উৰি যাওঁ চাইবেৰিয়ালৈ
উৰি উৰি আহো আমি তিব্বতলৈ
উৰি ঘূৰি আহো প্ৰাগজ্যোতিষলৈ ॥

আমি যেন একোটি বনহংস
আমিতো বিচৰা নাই কাৰো ধ্বংস
বিচাৰিছো কিছু শান্তিৰ অংশ
বনহংস ! বনহংস !! বনহংস !!!

শিল্পী—ভূপেন হাজৰিকা

অ' নতুন মনৰ তৰুণ তৰুণী
বুজিছো তোমাৰ চকুৰ চাৱনি
সমুখ সমুখি হুয়ো
কিবা প্ৰকাশ কৰাৰ মন
বুকুৱে খুজিলেও মুখেৰে নুফুটে
কটোৱা নীৰৱ ক্ষণ।

মৌন সময় মৌন মুহূৰ্ত্ত
ভাল লগা হৈ যায় মৰম
মৰম হৈ যায় ভাল পোৱা
জনা নজনা অভিজ্ঞতা অনভিজ্ঞতা
মিলি মিলি মিলি হয়
মৰমৰ বিশাল সাগৰ।

কিশোৰ আৰু যৌৱনৰ মাজৰ
ঘনে কঁপে আজি সাঁকো খন
তাতে থিয় হৈ হুয়ো বাহু মেলি দিছা
সাগৰ সিচিবৰ মন
চকুৰ পতাত লাজ আছে
আছে মিলনৰ বাসনা
সমাজৰ ভেদাভেদ নীতি দেখি
পাইছা তীব্ৰ যাতনা।

হে মোৰ প্ৰভাত সূৰ্য্য সম তৰুণ তৰুণী
ধৰি হেজাৰ হেজাৰ বছৰ শ্ৰেণীসংঘৰ্ষ
শাষক শোষিতৰ ধনী দুখীয়াৰ, পোৱা নোপোৱাৰ

তুমি নতুন মানুহ তোমালোক
তোমালোক নতুন কবিতা
নতুন গীতি কবিতা ।

সুৰ হ'ল তাত গৌণ চিন্তাহে মুখ্য
আশাৰ সংগীতক কৰৰ দিব খোজা
ঔৰঙজেৱ আজিও আছে এই সমাজতে
মানৱ প্ৰেমৰ সংগীতক শিৰত তুলি
সন্মান যচা মহামতি শিল্পী আকবৰ
আজিও আছে এই সমাজতে
সমাজ শিল্পী শংকৰদেউ আজিও আছে
সুৰৰ বৈৰী নাশি নাশি মোহন দাসৰ ৰাম ৰাজ্যৰ
শত শত স্বপ্ন কৰে লণ্ড ভণ্ড ।

তুমি দেখিছা মযো দেখিছো
এই মুখ্য শিক্ষা ৰাৱণৰ বিকৃত ছন্দ
কৰা বন্ধ এক্ক ৰঙা সাহস লৈ
অগনন সূৰ্য্যপুত্ৰৰ চোৱা আগমন
উত্তপ্ত ধৰণী, উত্তপ্ত ধমনী পুৱাব ৰজনী
প্ৰজ্বলিত কৰা প্ৰজ্বলিত কৰা সমতাৰ অগণি
হে তৰুণ তৰুণী ।

অ' সূৰ্য্য সম তৰুণ তৰুণী
বুজিছো তোমাৰ চকুৰ চাৱনি
সেয়ে নিৰ্ভয়ে কৰি যোৱা নিজ হাতেৰে
এই সমাজক সলনি ।



শিল্পী—অঞ্জু দেবী, কুল বকরা, অতুল মেধী আৰু ভূপেন হাজৰিকা

অকোৱা পকোৱা বাট বেল পাহাৰীয়া
ঝক ঝক চলিছে যেন কেৰেলুৱা
অকোৱা পকোৱা বাট লুপ বাতাচিয়া
ঝক ঝক চলিছে যেন কেৰেলুৱা ।

ঝিক্ ঝিক্ ঝিক্ ঝিক্ ঝক্ ঝক্ ঝক্
বাতাচিয়া লুপখন চলি থক্ থক্
দুটা কল খালা আমালে নথলা
আৰু এটা খালা আমাক নিদিলা
ঃগাই ভগাই খালে আটি আটি যায়
লুকাই খালে ফ্রেণ্ড ঢ্‌ুকাই হে যায় ॥

আই এম নট চেলফিচ
লুক এট মাই বডী
শুকাই মৰিম ফ্রেণ্ড কম খাওঁ যদি
ঘৰ পাম যেতিয়া মামী কব তেতিয়া
ঘৰ পাম যেতিয়া ডেডি কব তেতিয়া
আই ঐ ঐ দেহি সোণ হলি আধাপেটীয়া
হ'ম হ'ম চুইট হ'ম নৈ যোৱা পাহাৰীয়া বেল
কেৰেলুৱা বেল তুমি নকৰিবা ফেল
হ'ম হ'ম চুইট হ'ম ।



# সোণমা

পৰিচালনা—নিপ বৰুৱা | সংগীত—ৰমেন বৰুৱা
শিল্পী—দ্বীপেন বৰুৱা | কথা—কেশৱ মহন্ত

কোন পাৰে এই জীৱন নদীৰ বান্ধো মোৰ পাওঁ
কোন আছা মোক কৈ দিয়া কৈ পাৰ কেনি নাওঁ ।
এই পাৰে মোৰ বুকু জুৰায় আশা যে সজায়
সেই পাৰেহে বনে বনে সপোনে শৰাই সজায়
মন যায় যেন তাৰেই বুকুত
নিজেই হেৰাই যাওঁ ।

এই অগনি জ্বলিছে জ্বলিব
এই বেদনা গুমৰি মৰিব
পাওঁ বা নাপাওঁ পোৱাৰ বাবেই
যোৱা এই জীৱন জুৰি
এই যোৱাৰ সোঁতে সোঁতে
চলিব আশাৰ তৰী
দুঃখ হৈ মই আশাৰ বুকুত
মোকেই ঘুৰাই পাওঁ ॥



যায় অ' যায় এনেকৈয়ে যায়
মিছা তোৰ এই মায়াৰ সজা
মিছা একো নাই
এনেকৈয়ে উৰি গুচি যায় ॥

কিয় ইমান বেথা লগালি
তই অ' অচিনাকি পখী
মই তুলি ললো কিয় চায় এৰি যায় ॥

এনেয়ে বান্ধোন ইমান নিদাৰুণ
আছে জানো তোৰ কোনোবা আপোন
যদি যাবৰ সময় আহিলেই
মোৰ এই একাঁজলি চকুলো
তোৰ যোৱাৰ বাটে বাটে যাবি ছটিয়াই ॥



আজি কিয় মন সোণালী বৰণ
নাচি নাচি কিয় নাই নাই মৰণ ।

ৰঙে ৰঙে চৰে ৰূপৰে মাধুৰী
সোণতে সুৱগা চৰায়
বনে বনে সৰে ৰূপহী শেৱালী
ছুবৰিৰ আঁচল ভৰাই
খৌকি বাখৌ ঢৌ তুলি যায়
মলয়াই চলায় চৰণ ।

দূৰে দূৰে কিয় আছা জুমি জুমি
আহাছো আহা ওলাই
মনে মনে আছা কোন বাক ভুমি
মিছাতেই চকুলো বোৱাই
চোঁৱা চোঁৱা সৌ উৰি যায়
পখিলাৰ পাখিৰ বৰণ ।



সোণালী সপোন ভাঙিলা দেখোন
অকালতে মোৰ তুমি অ' আপোন ।।
ঠন ধৰি উঠা কুমলীয়া অকলে আলসুৱা
ভাঙি দিলা কিয় ভাঙি দিলা
অকাৰণে অ' তুমি নিদাৰুণ ।।

মন ভৰি আশা ফুলিছিলে ক'তনো বৰণীয়া
নেদেখিলা কিয় নেদেখিলা
কিয় দিলানো চকুলো মাখোন ।।



শিল্পী—পাৰবীন চুলতানা

নাজানো কোনে সংসাৰ স্ৰজিলে
ফুলনি গুৱায় কোমল ফুলে
তাকো বেঢ়ি থাকে হুলে ॥

হাঁহি কিয় লাগে মৰম জগোৱা
শোক থাকে যদি অন্তৰ কঁপোৱা
মৰমৰ বান্ধোন লাগিছে কেলে
শিকলিৰে বান্ধি থলে ॥

বেলি দিলা দিয়া আকাশ মুকলি
আপোন পাহৰি থাকিম উমলি
আমাৰো প্ৰাণত হেপাহযে দোলে
পোহৰেৰে হাঁহিবলৈ ॥



নতুন তোমাৰ চৰণ ধ্বনি
মইযে আজি পালো চিনি ॥

বাটে বাটে মই ফুল ছটিয়াই
তোমাৰ বাবে বাট চাই
আছিলো তোমাৰ লগণ গণি ॥

কত নিশা মোৰ গ'ল উজাগৰে
তুমি যে থাকিলা দূৰে দূৰে
আজি কিনো দিন তুমি আহিছা
ফুলাম হাঁহি আনিছা
আহা অ' মোৰ নয়নমণি ॥

সুৰে সুৰে মই ছন্দে ছন্দে
বান্ধো তোমাক কি আনন্দে
জানো জানো মই তুমি আহিবা
দুৰৰ পৰাই দেখিবা
সজাই থোৱা শৰাইখনি ॥



শিল্পী—দ্বীপেন বৰুৱা, নমিতা ভট্টাচাৰ্য্য

চকুত চকু পৰিলে মিচিকিয়াই হাঁহিলা
কিনো জুয়ে পুৰিছে গা
জ্বলিলে যি জুই নুমাব নাজানে
নালাগিলে বুকুৰে বা ॥

বৈ বৈ যাবিলে বতাহে সুহুৰি
কিয় জানো মন লৰি যায়
বৈ বৈ মাতিলে পখী সখিয়তি
বনে বনে লগচাগে' নাই
পাৰিব জানো আঁতৰি থাকিব
সি যে গাবে লগৰে ছাঁ ।

ফুল কুমলীয়া বৰ আলসুৱা
ডাল পোৱা মন উতলায়
মৰম ৰঙিয়া বৰ আকলুৱা
এই হিয়া তোমাতে জিৰায়
এয়া কি সপোন যেন ৰাতিপুৱা
মলয়াৰ এচটি বা ॥



## পাপ আৰু প্ৰায়শ্চিত

পৰিচালনা—আনোৱাৰ হুচেইন　　সংগীত—জিতেন বৰুৱা

শিল্পী—ভাস্কৰ দাস　　কথা—জীতেন বৰুৱা

ৰভা লুইতৰ বিশাল বুকুত
কৰে নাও টুলু বুলু
পাৰে লগায় দিয়া নাওঁ
মোৰ গুৰু ঐ—
পাৰে লগায় দিয়া নাওঁ ।

ইপিনে চাকনৈয়া
সিপিনে ঘাট বেয়া
কি কৰো মই ভাবিকে নেপাও
মোৰ গুৰু ঐ—
কি কৰি মই জীৱন দিওঁ বাও ॥

পশ্চিমৰে আকাশখন ঐ
ক'লা কৈ আহিলে
ধুমুহা বতাহৰ মাথো
জাননী ঐ দিলে

মাজ নদীত ভৰা গুণা
কৰিলে কি হব
উটি যাব আশাৰ সমল
মোৰ গুৰু ঐ—
পাৰে লগায় দিয়া নাওঁ ॥



কথা—শৈল দাস

শিল্পী—কুল বৰুৱা,　　　　　　　　মৃদুলা দাস দেৱান

তোমাৰ সুৰে সুৰে　　গীতৰ ভাষাৰে
　　কিনো গীতে গামে কোৱা,
তোমাৰ মৰমতে　　তোমাৰ প্ৰেৰণাতে
　　হলো যে দিশহাৰা ॥

তুমিয়েই জগালা　　মোৰ হৃদয়ত
　　কতযে সুৰৰ লহৰ,
সেই সুৰে সুৰে　　গীত মই গালো
　　কঁপায় মনৰে সাগৰ ॥

তোমাৰ গীতত মই শুনিছিলো
ভোমোৰাৰ মিঠা মিঠা গুঞ্জন
সেই গুঞ্জনে আজি মন পাপৰিত
সানিলে কতনা ৰহন ॥

—●—

শিল্পী—ভাস্কৰ, মৃদুলা　　　　　　কথা--নিৰ্ম্মল প্ৰভা বৰদলৈ

মোৰ হৃদয়ৰ নীবিড মৰম
আলফুলে থৈ গলো,
মই তোমাৰেই মই তোমাৰেই
এই প্ৰতিশ্ৰুতি দিলো ॥

আকাশ বতাহ সাক্ষী ৰ'ল আজি
সাক্ষী ৰ'ল নদী,
বনৰ চৰাইৰ কণ্ঠত দিলো
আমাৰ মিলন গীতি ।

জীৱনে মৰণে ছা হৈ ৰম
গানে গানে কৈ গলো ॥

—●—

# নতুন আশা

পৰিচালনা—প্ৰবীৰ মিত্ৰ
শিল্পী—জয়ন্ত হাজৰিকা

সঙ্গীত—জয়ন্ত হাজৰিকা
কথা—নিৰ্মলপ্ৰভা বৰদলৈ

এই আকাশ বৰ বিশাল
মন পথাৰ বৰ ৰসাল
তেওঁ কিয় লাগে উকা।
মোৰ মন পথাৰতে
তই ৰবি হৈ জীপাল ॥

আহ উৰি আহ
অ'—অ' সজল মেঘ
চা, জুমি চা
অ'—অ' কোমল মেঘ
এই আকাশ বৰ বিশাল
মন পথাৰ বৰ ৰসাল ॥
জুৰি বয় নদীলৈ
নদী যায় সাগৰলৈ,
মন ফুল চুবলৈ
মন যায় বতাহ হৈ,
তই পখী হৈ—আহ কাষলৈ
মন সাগৰৰ তই আহিবিযে
এই আকাশ বৰ বিশাল
মন হৃদয় বৰ ৰসাল।

শিল্পী—জয়ন্ত হাজৰিকা, নিৰ্ম্মলা মিশ্ৰ  কথা—হেমন্ত দত্ত

যদি মিলো মই আকাশতে গৈ
যদি মৰো মই নিয়ৰ কণা হৈ
ৰাখিম ধৰি মই
ৰাখিম ধৰি মই দুহাত বঢ়াই ।

যদি ফুলো মই বকুল ফুলে হৈ
যদি সৰো মই বেদনাকে লৈ
ৰাখিম ধৰি মই
ৰাখিম ধৰি মই আচল ভৰাই
আমি দুয়ো ৰম মিলন মালা হৈ ॥

জীৱন ৰণত যেতিয়া
হম মই ভাগৰ জুৰুলা
হৈ মই এচাতি বতাহ
বা দিম তোমাক যেতিয়া
তেতিয়া—
আমি দুয়ো যাম নতুন সাহে হৈ ॥

জীৱন বাটত ভাগৰা
ৰব মোৰ দুভৰি যেতিয়া
আশ্ৰয় হৰহি তোমাৰে
মোৰ এই দুহাত যেতিয়া
তেতিয়া—
আমি দুয়ো যাম নতুন আশা লৈ ॥



# ধৰ্ম্মকাই

পৰিচালনা—ভবেন দাস　　　সংগীত—জয়ন্ত হাজৰিকা
শিল্পী—জয়ন্ত হাজৰিকা　　　কথা—ভূপেন হাজৰিকা

ভৰিৰ তলুৱাৰ পৰা যদি ধৰাখন
খহি খহি পৰা যেন লাগে
তিল তিল কৈ যদি নিজৰেই ঘৰখন
কাৰোবাৰ দোষতে ভাগে
পুনৰ গঢ়িবা তুমি হে বান্ধ. পুনৰ গঢ়িবা তুমি ॥

যদি পৰিয়ালে তোমাৰ সঙ্গ এৰে
তুমি অকলশৰীয়া হোৱা
যদি সৎ কাম কৰি কৰি সংসাৰ সজালেও
অপযশ পদে পদে পোৱা
পুনৰ সজাবা তুমি হে বান্ধ' পুনৰ সজাবা তুমি ॥

শান্তিক কৰি লোৱা তোমাৰ গৃহিণী
ধৈৰ্য্য হ'ব লাগে পিতৃ
দয়া হৰ লাগে মৰমী ভগিনী
ক্ষমা হ'ব লাগে ভ্ৰাতৃ
আশা হ'ব লাগে তোমাৰ সহোদৰ
সংগ্ৰাম হবগৈ মাতৃ।

যদি বিচনাৰ অভাৱত আকাশৰ তলতে
বাগৰি পৰিব লাগে
যদি পোছাকৰ অভাৱত সময়ৰ ৰঙকে
মেৰিয়াই ল'বই লাগে
তাকেই কৰিবা তুমি হাঁহি মুখে তাকেই কৰিবা তুমি ॥



শিল্পী—জয়ন্ত হাজৰিকা কথা—বিপুল বৰুৱা

এক দুই তিনি
গান্ধী পুতলাক পাইছানে চিনি
চকু ঢাকি কাণ ঢাকি মুখত হাত দি
কি কয় কি কয় শুনা অকনমানি ॥

বেয়া নেচাবা বেয়া নুশুনিবা
বেয়া নকবা ভাল মন দিয়া
কোনে কয় কোনে কয় শুনি ৰিণি ৰিণি
গান্ধী পুতলাই শুনা অকমানি ।

গাড়ী ঘোড়া থাকিলেই ডাঙৰ নহয়
বেয়াত যদিহে মন মজি মজি ৰয়
কোনে কয় কোনে কয় অ' অকমানি
গান্ধী পুতলাই চাবা ভাবি গুণি ॥



শিল্প—নিৰ্মলা মিশ্ৰ কথা—নিৰ্মলপ্ৰভা বৰদলৈ

জীৱনত হাঁহিবা কেতিয়া
চকুলো মচিবা কেতিয়া ?

আজিয়েই আজি আজি
আজিয়েই আজি আজি
হাঁহিৰে দুখকে জিনিবা
অশ্ৰুৰ দাম নাই জানিবা ।

কি পালো নেপালো হাততে
ভাবিনো লাভ কি মিছাতে
জীৱন দুদিনীয়া যেতিয়া
বেদনা জোকাৰি পেলোৱা ॥

জীৱনত যুঁজৰ শেষ নাই
শান্তিৰ সন্ধান পোৱা নাই
মনকে ঠুনুকা নকৰি
ছেগতে ৰঙেৰে বোলাৱা ॥



শিল্পী -জয়ন্ত হাজৰিকা নিৰ্মলা মিশ্ৰ কথা নিৰ্মল প্ৰভা বৰদলৈ

সচাঁকে কোৱা কথাটি কোৱা
ভাল জানো মোক পোৱা
নকওঁ নকওঁ ওহো নকওঁ
মোৰ চকুলে চোৱা।

মোলৈ বাক তোমাৰ কিমান
মৰম আছে কোৱা ?
নকওঁ নকওঁ ওহো নকওঁ
নিজক সুধি চোৱা ॥

সউ লুইতত আছে যত ঢউ
যিমান চাগে' সিমান
আকাশত যিমান তৰালি
হ'বনে সিমান ?
নকওঁ নকওঁ ওহো নকওঁ
নিজকে সুধি চোৱা ॥
ভালপোৱা শুনা অপৰূপ এক নৈ
অপাৰ ঢউৰে চিৰকাল থাকে বৈ
আমাৰ হৃদয় একেখনি নৈ
সাগৰলৈ বৈ যোৱা ॥



## মৰম

পৰিচালনা -দ্বীবন বৰুৱা

সংগীত—ৰমেন বৰুৱা

শিল্পী—দ্বীপেন বৰুৱা .

কথা—কেশৱ মহন্ত

কি ৰং দিলা হলো উতলা
যি ৰং তুমি বিচাৰিছিলা ।

জানোবা কোনোবা ৰাতি
বতাহে মাৰেহি ছাটি
আশাৰে শলিতা গছি
জানোবা যায় নুমাই যায়
নুনুমায় নুনুমায
যি গছি চাকি তুমি জ্বলাল ॥

মৰমে ৰাখিব ঢাকি
মেলি দি সোণৰে পাখি
নুমাব নোৱাৰে চাকি
আলফুলে থ'ম লুকুৱাই
আলফুলে আলফুলে
যি মালা ধাৰি তুমি গাথিলা ॥



শিল্পী—দ্বীপেন বৰুৱা, নমিতা ভট্টাচাৰ্য্য

কথা—কেশৱ মহন্ত

জোনালী যদি তুমি মোৰ শাৰদী আকাশৰ
সোণালী ঢৌ হোৱা মোৰ জোনাকী পোহৰৰ ॥

ঢৌ যদি জোৱাৰ হয় জোনাকে নাচে
জোৱাৰে যে জোনাকক মৰম যাচে
মৰমে গোপনে পাতে সপোনৰে ঘৰ ॥

মন যদি মিলি যায় সেয়েতো মিলন
পণ যদি একে হয় সেয়েতো জীৱন
যৌৱনে যে ভাঙি যায় বাধা সমুখৰ ॥



শিল্পী—দ্বীপেন বৰুৱা কথা—কেশৱ মহন্ত

মোৰ দান হাত মেলি লোৱা
তোমাৰেই কাৰণে
সজালো শৰাই মোৰ
লোৱা তুলি লোৱা ।

বৰ হেপাহেৰে আনিছো তোমালৈ
তুমি ভালপোৱা পাহি পদুমৰে
এয়ে নহয় জানা কুমলীয়া
লাজ তুমি কোৱা ।

মোৰ বাৰে আছে পলাশৰে হাঁহি
ৰাতি তুপৰীয়া নিজানৰ বাঁহী
সেয়ে মোৰ আপোন উৰণীয়া
সুৰ হেৰা পোৱা ॥



হালে জালে অ' লাহী বিৰিণা
উৰণীয়া কৰে গা
জিৰাই অ' তাতে জিৰাই
তাতে লগাই ক'ৰে বা ?

ৰিণিকি ৰিণিকি জিলিকিছ কি
দেখা দি নেদেখা হয়
বাঁহৰে আগলি কৰে জিলিমিলি
ৰ'দে আঁকোৱালি লয়
নৈ চেঙেলীয়া জাঁজী বনৰীয়া
নৈয়ে নৈয়ে উটি যা
উকিয়াই উকিয়াই দি যাওঁ সঁকিয়াই
কৈ যাওঁ মনৰে কথা
শুন কি নুশুন বুকুৰে বিড়ি মোৰ
শুনকি নুশুন বেথা
মৰম আকলুৱা ফুৰো পিছে পিছে
গাৱে লগৰে ছাঁ ॥



শিল্পী—নমিতা ভট্টাচাৰ্য্য কথা—কেশৱ মহন্ত

ৰুনু জুনু ৰুনু জুনু ঘুংগুৰা বজায়
আঠু কাঢ়ি ৰিঙ্গ পাৰি ফুৰা যদুৰায়
যশোৱা আইৰে আন্ধাৰ ৰাতি পোহৰায় ॥

কি পুণ্য সাধি নন্দ ৰজা নন্দৰাণী
তোমাক লভিলে পুত্ৰ অহে চক্ৰপাণি
লৰু হাতে গৰু চাৰি ফুৰা বেণু বায়
যশোৱা আইৰে আন্ধাৰ ৰাতি পোহৰায় ॥

বসুদেৱ দৈৱকী দুইৰো শিকলি খহায়
পোতাশাল উজ্বলাই তুমি আহিলা পলায়
কালৈনো কৰিলা ভয় নাজানো গোঁসাই
যশোৱা আইৰে আন্ধাৰ ৰাতি পোহৰায় ॥



শিল্পী—দীপেন বৰুৱা কথা—কেশৱ মহন্ত

কোন দিনা বাৰু কোন দিনা
ভাল লাগে মন ভাল লাগে
কোন দিনা বাৰু কোন দিনা-
ভাল লাগি যায় ॥

মন দিলি যাক মনে মনে
সি যদি ঘুৰি নাচায়-মন মৰি যায়
নালাগে নালাগে তেনেকুৱা দিন ভাই
বেয়া লাগে মন ॥

ভাল পালি যাক মনে মনে
সি যদি বেয়া নাপায়- কিবা লাগি যায়
নাপাৱ নাপাৱ তেনেকুৱা দিন ভাই
ভাল লাগে মন ॥



## মৰমী

পৰিচালনা—দ্বিজেন্দ্ৰ নাৰায়ণ দেৱ সংগীত—ৰমেন বৰুৱা

শিল্পী—দ্বীপেন বৰুৱা, নমিতা ভট্টাচাৰ্য্য কথা—কেশৱ মহন্ত

অ'… . অ' …
নাই হোৱা শেষ নাই শেষ হোৱা
বহু কথা নাই হোৱা কোৱা
নাই হোৱা শেষ নাই শেষ হোৱা ॥

নুফুলা কলিয়ে কি কথা কলে
কাণ পাতি জানো শুনা
নুপুৰা বাতিয়ে যি নজনালে
তাৰ বেথা জানো জানা
এই যৌৱনে জনাৰ জানে
মাথো বুকুৰ ভালপোৱা ॥
নাই … … … ॥

এই লগ পোৱা হওক যুগমীয়া
হওক হিয়া দিয়া লোৱা,
এই বাট আজি হওক সেন্দুৰীয়া
ফুল সিচি সিচি যোৱা;
এই লগনে কাৰনৈ আনে
বহু যুগৰ বাট ছোৱা ॥
নাই … … … ॥



শিল্পী—দ্বীপেন, নমিতা

নাহবৰে কলি দেখিছানে নাই
তোমাৰ চকুজুৰি দেখো তেনেকুৱাই
এনে নাই নাই নাই দেখা নাই
যা ছিঃ ছিঃ লাজ লাগি যায় ॥

হ'ল ডাঙৰ আইজনী
গাত নাইচোন তৰনী
চাই চাই মৰম লাগি যায়,
ৰং লগাই নিদিবা
মন উৰা মাৰিব
হেৰুৱালে পাবলৈ নাই
কাৰেং যে সোণেৰে সজা
কেনে মজা ৰাণী হব আনি দিম ৰজা
যাঃ ছিঃ ছিঃ লাজ লাগি যায় ॥

ছাট মাৰি ধৰিছে
ৰূপ নে জুই জ্বলিছে
দেহা জ্বলি দেই পুৰি যায়,
ভাল পোৱা গঙ্গা নৈ
তাত গা ধুই আহাগৈ
তাতকৈ কি দিম উপাই
সেইখন নৈ বাক কেনি
কিযে কৰো অকলে নাপাও মই চিনি
ছিঃ ছিঃ লাজ লাগি যায় ॥



শিল্পী দ্বীপেন বৰুৱা

এতিয়া কেনিবা যাওঁ
কাৰ মুখলৈ চাওঁ — অকলশৰীয়া
যেনিযে মই চাওঁ আন্ধাৰ মাথো
মাথো হুমুনিয়া - অকলশৰীয়া ।

হাঁহি হাঁহি আহিছিলি পুৱাৰ ৰঙা বেলি
আঘোনৰে চোতালতে আছিলি উমলি ।
এয়া কি কৰিলি এয়া কি খেলিলি
অ' ফুল কুমলীয়া অকলশৰীয়া ॥

থাকি থাকি বিজুলীয়ায় ক'লা মেঘৰ বুকু
চমকনিত দেখো মই সেমেকা তোৰ চকু
ধুৱলী কুৱলী একোকে নমনি
পুৱাতে সন্ধিয়া অকলশৰীয়া ॥



শিল্পী—দ্বীপেন, নমিতা

এই সোণ বৰণীয়া অ' ৰূপ জুৰণীয়া
আমনি নেলাগে চাই,
তই জোন শৰতৰে কোন সৰগৰে
পায়ো তোক কিয় পাবলৈ নাই ॥

তই থাকনো ক'ত লুকাই লুকাই
কাষ চাপিলেই নাই
তই নহয় ৰূপ ৰূপৰ পোহৰ
থাক জেউতি চৰাই
সকলো শুন্দৰৰ তয়েই আনন্দ
তয়ে তো থাক জ্যোতি বিলাই ॥

তোক চকুৰে চাই নাপায় নাপায়
পায় চকু মুদি চায়
তই নহয় সোণ সোণৰ চমক
থাক চকু চমকাই
সকলো লহৰৰ তয়েতো চন্দ
তয়েতো থাক জীৱন জগায় ॥



আলফুলিয়া কপৌ ফুল
অ' দেহি ক'ত পালা চিত বিয়াকুল
হাবি ভাঙি দেখিলো
অ' বিৰিখ বগাই চিঙিলো
সোণ হাঁহি এই পাহি বনৰীয়া ফুল ॥

হাতত কিয় ললা
পিছলি জানো পৰে-জানো মুগুৱাই
পৰে যদি পিছলি
অ' দিবা দেই বুটলি
আকৌ যদি পিচলি যায়
তাতকৈ দিও নেকি খোপাতে পিন্ধাই ॥

খোপাত হালে জালে
মৰম যুগমীয়া ঢৌ তুলি যায়,
ঢৌ লাগি মৰমৰ
অ' ফুল ফুলে সপোনৰ
ফুল যদি মৰহি যায়
তাতকৈ মালা গাঠি লোৱা এতিয়াই ॥



অ' চাইকেলখন চলাওতে ভৰিৰ ছাল চিঙিলে
বিচাৰি নেপালো বেজ
হাতৰে আঙুলি কামুৰি গলি ঐ
ৰখাব নোৱাৰো তেজ।

সোণাক ফুলিলে দেখি মৰম লাগে তোমালৈ
চিঙি আনো চিঙি আনো যেন তোমাৰ খোপালৈ
শুৱাব নে নুশুৱায়
কেলৈ লাগৈ ফুল চিঙিব জয় পৰি যাবলৈ
বনৰ ফুল লাগিছে কেলৈ মনৰ মৰম পাবলৈ
পায় হেপাহ নপলায়।

আই যৌ মৰো

আগত কথাযাবি কলি দেখোন লাহৰি
মনটো চোন আহিছে কিবা কিবা কৰি
যাওনো কেনে কৰি থাকোনো কেনে কৰি
জিন জিনাই আহিছে ভৰি।

মই মৰি যাও
কোনোবাই শুনিব ডাঙৰকৈ নকবা
মনৰে কথাযাৰ মনতে ৰাখিবা
চলচাই চলাবা ভৰি মোৰ লাহৰ ঐ
ছেগ চাই দিবা বাতৰি।

চাই চাই চলাবা চাইকেলখন চেনাইটি
আগলৈ পাচলৈ চাবা
আগলৈ পাচলৈ চাবা মোৰ চেনাইটি
পিচলি পৰিবা চাবা।

অকোৱা নো পকোৱা বাট দীঘলীয়া
ওখোৰা নো মোখোৰা চিনিব নোৱাৰা
খৰকৈ নাযাবা যৌৱন গ'লে পাবলৈ নাই।

যৌৱন ছুদিনীয়া যৌৱন কুমলীয়া
পাওতেই তুলি লবি মৰম উবলীয়া
কৰি ল খেমাল
চাওতেই যৌৱনটো যায়।

অ' গৈ গৈ নপৰে ওৰে ঐ লাহৰী
গৈ গৈ নপৰে ওৰ
বাটৰো নেপাওচোন ওৰে মোৰ চেনাইটি
বাটৰে নেপাও ওৰ।

অ' বৈ বৈ হালিলে বিৰিণা
বৈ বৈ কান্দিলে হৰিণা
গৈ গৈ ঘুৰিলে ইচাটি বিচাটি মন।
বৈ বৈ বলিলে মলয়া
বা পাই লৰিলে কহুৱা
কি পাই বলিয়া মোৰে কলিজাৰে ধন।
অ' বৈ বৈ হালিলে বিৰিণা
বৈ বৈ কান্দিলে হৰিণা
গৈ গৈ ঘুৰিলে ইচাটি বিচাটি মন।
বৈ বৈ বলিলে মলয়া
বা পাই লৰিলে কহুৱা
কি পাই বলিয়া মোৰে কলিজাৰে ধন



## বনজুই

পৰিচালনা—আব্দুল মজিদ    কথা—সংগীত—ভূপেন হাজৰিকা

জোনাই যেন জোনাকত গা ধুইছিল
নৈৰ যেন সোঁতে তাইক উটুৱাই নিছিল
খৰস্ৰোতা নৈত তাই গা এৰিছিল
অচিনাকি বলুকাত লাগি ৰৈছিল
বোকাৰ পুতলা যেন তাই হৈছিল—

ক'ৰবাৰ এখনি উজনীয়া নাও পাই
পুনু যেন লাহে লাহে উভতিল তাই
নিজ সাজযোৰ হেৰুৱাই পেলাই
বোকাৰ কলঙ্ক গাত সানি ল'লে তাই
নওঠা দেহা ঢকা বস্ত্ৰ নেপাই
বোকাকে লিপি ল'লে দেহাটি লুকাই।

(হঠাৎ) কিবা এটি দেখা যেন তাইৰ ভাব হয়
উগুল থুগুল কৰি থমকি যে ৰয়
কাষলৈ গৈ দেখে বোকাত আছে ফুলি
নিৰৱে অকলে এটি পদুমৰ কলি
আলফুল কৈ তাই চিঙি ল'লে ফুল
শান্তিয়নী ব'লে তাইৰ থুৰাট দুকূল।

তাকে লৈ আগবাঢ়ি বিচাৰে পৰিচয়
পদুম কলিটি পাছে নিমাত হৈ ৰয়
তাই ভাবে ফুলে শান্তি ফুলাত হে পায়
সেয়ে পৰিচয় পত্ৰৰ কোনো প্ৰয়োজন নাই।



শিল্পী—ভূপেন হাজৰিকা

কি বিচাৰি ওৰে জীৱন কেনি আগুৱালোঁ ।
বহু সুন্দৰ মোহত পৰি মূলও হেৰুৱালোঁ ॥

যাবৰ পবত হাঁহি হাঁহি এন্ধাৰলৈ গলোঁ ।
অতি লোভত পৰি আজি পাপত বন্দী হলোঁ ।

মানুহকে মানুহ বেচি বেহা পাতিছিলোঁ ।
আনৰ সুখক কাঢ়ি আনি বঙ চাইছিলোঁ ॥

যি বোকাৰ পদুমতে কলঙ্ক সানিলোঁ ।
ধুই পখালি সাৱটিবি তোকেই সঁপি দিলো ॥

আনে সঁপি দিয়া জন যেন পদুমৰে কলি ।
কলঙ্কিতা নাৰী হ'লেও ললো ভনী বুলি ॥

বোকাৰ পৰা পদুমকে মূৰত ললো তুলি ।
পণ কৰিলোঁ ওৰে জীৱন ৰক্ষা কৰিম বুলি ॥

ভোগৰ সমল নহয় তই কামুক সৱৰ বলি ।
নির্ভয়ে মই আগচিম জীৱন গ'লেও জ্বলি ॥



শিল্পী—ভূপেন হাজৰিকা, অঞ্জু দেৱী

বনজুই বনতহে জ্বলে দেখা পোৱা যায়
মনৰ জুই মনত জ্বলে দেখাতো নাপাঁয় হে ।

হিটলাৰৰ জোতাৰ শব্দ হে সিদিপ গাবাপ চলে
ইহুদী নিধন পৰ্ব্ব সহস্ৰ মৰিলে হে ॥

বিংশ শতাব্দীৰ সিদিনা চতুৰ্থ দশক
বিশ্ব জুৰি মহাসমৰে পৃথিৱী আতংক ॥

ভাৰতৰে গান্ধী বাপু হে আৰু ফ্ৰন্টিয়াৰ গান্ধী
ইংৰাজকে ওকবাৰ নকৰে যে সন্ধি ॥

হিংসা আৰু অহিংসাহে দুটি অস্ত্ৰ আছে
হিংসা এৰি গান্ধী বাপুই অহিংসা বাচিছে ॥

বিশ্ব যুদ্ধত জনগণৰ হে নিধন হয় দুগুণ
তাৰ পাছে শিশুৰ জন্ম হয় তিনিগুণ ॥

বৰপহুমণি গাঁৱৰহে এক দম্পতিৰ কথা
সন্তানহীন দেখি বুকুত লাগিছে যে বেথা ।

বিশ্বযুদ্ধৰ অশান্ত বায়ু আমাৰ অসমতো বয়
নেতাজীৰ মুক্তি যোদ্ধা কোহিমাতে ৰয় ॥

বৰ পহুমণি গাঁৱত হে ইংৰাজৰ পুলিচে
অত্যাচাৰী হৈ হাঁহ কুকুৰা কাটিছে ॥

জাপান দেশৰ যুদ্ধ বিমান হে অসমত উৰিছে
চহৰ নগৰ মহা ত্ৰাসতে এন্ধাৰতে বুৰিছে ॥

স্কুল কলেজ বন্ধ কৰি হে হাচপতাল পাতিছে
বিশ্ব যুদ্ধৰ সঙ্গে সঙ্গে মুক্তি ৰণ চলিছে ॥

শংকৰ মাধৱৰে ভাওনাৰ ভৰা আখৰা খলি
ডবা নাই নামঘৰৰো চাকি নুঠে জ্বলি ।

আমাৰ দম্পতিৰ মনতো এক মনৰ যুদ্ধ চলে
সন্তান হীন হৈ দুয়ো কান্দো অকলে হে ॥

কঠীয়া পাৰিছে দুয়ো হে আৰু ভুঁই কৰিছে
লখিমী পথাৰৰ ধান আঘোণত দাইছে ॥

সোণালী আঘোণ মাহ ঘৰলৈ আহিছে
[illegible] পথাৰ [illegible] দেখি [illegible] ভৰিছে ॥



শিল্পী—অঞ্জু দেৱী

ঘুমটি যাওৰে মোৰে সোণ জীউটি
শিয়ালী নাহিবি ৰাতি
তোৰে কাণে কাটি লগাম তেলৰ চাকি
শিয়ালী নাহিবি ৰাতি ।।

সোণ হালে জালে আগলি বতাহে
লকা হালে জালে পাতে
আমাৰে সোণটি হালিছে জালিছে
দুখীয়াৰ ভগা পজাতে ।।

এন্ধাৰ জীৱনক উজলাই তুলিলি
ক'ৰে দেৱ শিশু তই
এচেৰেঙা পোহৰ পুৱাৰে সূৰুযৰ
পোহৰ হৈ উঠিছো মই ।।

সোণে যেন সুধিছে কাৰ বা চেনেহৰ
চিনাকি পৰশন নাই
মৰম কৰা জনে কিয়বা কৰিছে
বুজাবৰ ভাষা যে নাই ।।

কোনোবাই মনতে আজি যেন সুধিছে
সোণৰ নীলাভ চকু চাই
সোণনো কোনবা কাৰ এনাজৰী
সমিধান একোৱে নাই ।।

সোণ যেন সুধিছে অকণি মনেৰে
অকণ কণা জননো কোন
দুখুন টুকুৰে আশাৰ চাৱনিৰে
কিয়নো সুধিছে সোণে ।।

মৰম কথা জনে সখনাই ভাবিছে
পুনৰ জনমটো নো কি
বিনা অনুমতিত ঘৰলৈ সোমালে
বচাম চেনেহ ঢালি দি ॥

জনমৰ সাথৰক ভাঙিব নোৱাৰো
নিজৰো ক্ষমতা নাই,
সেই বুলি জানো জনম লোৱা জনক
অহাত বাধা দিব পাই ॥

কেহু জালিত আছে নতুন সপোন
হেঙুল কিৰণ ভাহে
চন্দ্ৰই ভাবিছে তেওঁৰহে সপোন
সূৰ্য্যই মাথোন হাঁহে ॥



শিল্পী—ভূপেন হাজৰিকা

মৎস্য কূৰ্ম্ম নৰসিংহ
বামন পৰশুৰাম হলিৰাম বৰাহ শ্ৰীৰাম
বুদ্ধ কল্কি নামে দশ আকৃতি ধৰিছা কৃষ্ণ
তযু পাৱে কৰোহোঁ প্ৰণাম ॥

মোৰে উদং ঘৰখনিৰ নঙলা খুলিছে
লখিমী উভতি আহি
নিজ হাতে সাৰিছেহি মোৰ বাহী চোতালখনি
অ' কপালে মৰহা পাহি ॥

এজাৰকৈ আকাশত আঁকো যেন দেখিছো
মৰমী জোনাকৰ চুল,
হেৰুৱা লখিমীক হাতত পাই, যেন
সপোন ভাঙিল হ'ল ॥



শিল্পী—ভূপেন হাজৰিকা

কিনো কপাল সাধি আহিলি বান্ধৈ
ঘৰ মৰিশালি হ'ল,
আপোন হাতেৰে ফুলনি পাতিলি
খিতাতে মৰহি গ'ল ॥

আকাশৰ মনেৰে জোনাক সাৰটিলি
জোনৰ নুবুজিলি ছল
জোনও লুকালে জোনাকও পলালে
সৰিছে চকুলোৰ ঢল হে ।

গৰু গাই মাউৰা পাৰহো মাউৰা
তাঁতৰ শাল নিমাও মাও হল
পুখুৰীৰ পাৰটো উকা উকা লাগে
সোঁৱৰণী পৰি ৰ'ল ॥

মনৰে দাপোণৰ মনৰ মানুহজনী
কিয় নাইকিয়া হ'ল,
মায়াময় পৃথিবীৰ আশাৰে থাপনা
ছেদেলি ভেদেলি হ'ল ॥



শ্যাম কানু সভ্যৰ মৰণ নাই
সাধিলে হেকৰা বস্তু হাত'ত যে পায় ॥

ঐ ৰাম, স্ত্ৰীৰ বাবে স্বামীৰ চৰণ পূত পুণ্য ঠাই
মাতৃৰ বুকু ভৰে যেৰে পুত্ৰই কোলে আই ॥

ঐ ৰাম, বন্য জন্তু শান্ত নহয় কাৰণে হেৰায়
মানুহ ৰূপে বন্য হ'লে শোভা যে নেপায়



# নিয়তি

পৰিচালনা—ইন্দ্ৰ,কমল হাজৰিকা সঙ্গীত—জয়ন্ত হাজৰিকা

শিল্পী নিৰ্মলা মিশ্ৰ, জয়ন্ত হাজৰিক', কথা—নিৰ্ম্মল প্ৰভা বৰদলৈ

এই লগনত ক'লা প্ৰতিশ্ৰুতি দিলো
আলফুলে ললো হাতত হাত ধ'লো
মই তোমাৰেই তোমাৰেই ॥

আকাশ বতাহ সাক্ষী
পাহাৰ নিজৰা সাক্ষী
জনমে মৰণে তোমাৰেই ॥

ইমান মধুৰ এই মৰম দিলো
ইমান নিবিড় এই মৰম দিলো
মই তোমাৰেই তোমাৰেই ।

পূৰ্ণতা যে নাম জীৱনৰ
পূৰ্ণ কৰিমেই প্ৰতিটো প্ৰহৰ ॥

জীৱন জুৰি ৰম জোনাকে হৈ
মৰণতো ৰম ছায়াকে হৈ
মই তোমাৰেই তোমাৰেই ।

আমাৰ নিয়তি জানিয়েই হয়
জীৱনৰে হাঁহি কোলাতে লয়
মই তোমাৰেই তোমাৰেই ॥

শিল্পী—জয়ন্ত হাজৰিকা।           কথা—ভূপেন হাজৰিকা

সুন্দৰী চাওঁ কিনো কল্পনা
সুন্দৰী আঁকা কিনো আল্পনা
মই কল্পনা জল্পনা আল্পনা চাপনা
যিহকে আঁকো মোৰ পৰিকল্পনা
কিয় ?  কম কোৱানা ॥

"মোক না আঁকা কিয় ? মোৰ ৰূপ জানো
আৰকাৰ অনুৰুদ্ধ যেন নহয় বাক"
দাপোনত মুখ চাই আছিলেই ভাল
আৰু চিত্ৰলেখা ময়ো নহওঁ কাৰো
বুজিছানে নাই কোৱানা
বুজিছানে নাই কোৱানা ??

বাক চিত্ৰলেখা তুমি নহয় কাৰো
উষাও কাৰো নোহোৱা বাক
পিছে তুমি পাব নোৱাৰা বিধৰ মই
আকাশৰ মিঠা মিঠা চন্দ্ৰমা ।

যদি চন্দ্ৰমা তুমি হোৱা মযো সূৰ্য্য
আঁকিম চন্দ্ৰমাতে মৰমী চুমা

অ' সূৰ্য্য বদন কিয় ইমান প্ৰতাপ
সহিব কেনেকৈ বাক মিঠা উত্তাপ
বহনীয়া নৈ চেঙেলীয়া পানী
নৈ মোৰ উটায় পৰাণ
তোমাৰেই নৈতে কৰোঁ শতবাৰ
জলকেলি [illegible] ॥

মোৰ মন গহনলৈ তুমি আমন্ত্ৰিত
সেই আবেশত মোৰ বুকু স্পন্দিত
দেহ মন মোৰ হ'ল আল্‌পনা
কোনেনো তুলিকা বুলায়
তোমাৰ আলপনাই নিমজ স্নিগ্ধ
কামদেৱো পিছলি যায়
সাৰটা কেনেকে বাৰু তুমি কোৱানা
হাঃ হাঃ হাঃ



কথা—ভূপেন হাজৰিকা

শিল্পী—নিৰ্মলা মিশ্ৰ, বনশ্ৰী সেনগুপ্তা
শক্তি ঠাকুৰ, জয়ন্ত হাজৰিকা

ধম ধমা ধম ধম ধমা ধম
জীৱন মাদল বাজে,
আজি নতুন নতুন মনৰ মানুহ
নতুন ভাবে সাজে।

গিজিতা গিজাওঁ গিজিতা গিজাওঁ বগা জবা ফুল
ছোট বড়ো সবাৰ মাটি নাই জাতিকুল ॥

ওপৰ মহল নীচৰ মহল কোনো বিভেদ নাই
এই বাগানত যিমান আছো সবেই ভাই ভাই ॥

চাহ বাগানত সবুজ সবুজ সোণা পৰি বয়
মনৰ মানুহবো দিলত প্ৰেমৰ খেতি হয়।
আজিমান এক এক দুনিয়া সবৰ খুলেই গান
গাই দিলি, দুনিয়াখনক সবাই দিয়া আন ॥

শিল্পী—জয়ন্ত হাজৰিকা কথা—ভূপেন হাজৰিকা

মহিলা মহিলা ক'লৈনো আহিলা
গছকত মাৰিলা বন,
মহিলা মহিলা কি যে ভুল কৰিলা
পুৰুষৰ নুবুজা মন।
গল চাই গহনা গাটো চায়ে চোলা
মুখ চাই সেওঁতা ফালা,
(পিচে) মুখৰে ভিতৰত যি কনি মগজু
তাৰে উমান জানো পালা।

লাও বাই পোহাৰী জিকা বাই পোহাৰী
জিকাৰে মুখৰে ফুল
তোমাৰে তুলনাত পোহাৰীও সুন্দৰী
নিবিচাৰো জাতি কুল॥
কিমাননো পানীৰে মাছ তুমি মহিলা
বাক কৈয়ে জনা আছে,
মাখিৰ মুখে কাটি জয়ঢোল বজালে
পুৰুষে যে নেনাচে॥

হে বতাহী ৰথেৰে যেপেৰে নেযাবা
বাটত ধূলি পৰি ব'ল,
হেজাৰ হওক মহিলা পাহৰি নেযাবা
মহিলা পুৰুষৰ তল॥
হাতীৰে দাঁতকে চিকুটি চিঙিব
খুজিলেই জানো পাৰে,
পুৰুষ জাতিটো পৃথিবীত নহ'লে
মহিলা থাকিব কাৰে॥



# দুৱৰীৰ ৰং

পৰিচালনা—জ'নচ্‌ মহলীয়া
সঙ্গীত—অজিৎ সিংহ
শিল্পী—পুলক বেনাৰ্জী
কথা—কবী সিংহ

মন আজি যেন উতলা বতাহতে
উৰে মাথো উৰে কিনো উলাহতে
মন আজি যেন মাথো উৰে-উৰে-উৰে – ॥

আবেলী ৰ'দালীৰে দুৱৰীৰ বন
সোণ সোণ সোণালী জিলমিল
আকাশ খনি কেনেনো গুৱনী
নীল নীল নীলাৰে উপচিল
উলাহৰে সৌ এজাক পখী
জুৰিলে গীতি উৰি উৰি।

মন আজি যেন এজুৰি পখীৰ দৰে
উৰি যাব খোজে কিনো মৰমতে ॥

ৰাঙলী সুৰুযৰ ৰঙ ঢাকি
তাৰৰে সৌ আকাশ ভৰিল
সেই তাৰৰে যেন নামি আহি
শুকুলা কহুৱা হৈ ধৰাতে ফুলিল
ৰূপালী বালিত সৌ কহুৱানী
নাচিছে নাচোন হালিজালি।

মন আজি যেন জুইতৰ জোঁতে লোঁতে
উটি যাব খোজে কিনো আনন্দতে।



শিল্পী—পুলক বেনার্জী　　　　　　　কথা—কবী সিংহ

মই আজি সঙ্গীবিহীন
উদাসীন ক্লান্ত পথিক
এই বিশাল পৃথিবীত
অ' সোঁৱৰণী নিদিবি আমনি ॥

হাঁহি কান্দোনৰ কতযে খেলা
নেলাগে নেচাও আৰ
হেঙুলী সপোন ক'তেযে হেৰাল
নেলাগে নিবিচাৰো
আশাৰে তৰি কত হেপাহেৰে
দিছিলো উটুৱাই
নিষ্ঠুৰ ধুমুহাই দিলেহি ডুবাই।
অ' সোঁৱৰণী ... ... ... .... ॥

হেৰুৱা দিনৰে নিকৰুণ কাহিনী
নাহিবি মনলৈ মিছাতে আকৌ
হিয়া মোৰ দহিবলৈ'
পাহৰণিয়ে মোক দিযহি জুৰণি
অ' সোঁৱৰণী ... ... ... ... ॥



মে রঙীন রাত মে জবানীকি নশা হৈ
ক্যুলো কি খুচবুসে মে মহফিল বসাহৈ
এইচে মে তু কহা এ সজনা তু কহা॥

এ সজনা এ জানে জা
তেরে বিনা য়ে মহ্ফিল শুনা
তরসে মোরে নেইনা
কেইসে বিতাও য়ে রেইনা
তু মেরে করিব আ জরা।

য়ে জিন্দগী হৈ দো দিনকি
বীত জায়েগী ফির ন আয়েগি
ন খোয়ে মোকা লুট লে উচ্‌কি মজা
তু মেরে করিব আ জর॥



শিল্পী – আরতি মুখার্জী কথা—বঙ্কিম শর্মা

জিলিমিলি জিলিমিলি আশার তরা জ্বলে
খেলি মেলি সপোন আহি কিযে লহর তোলে।

মোরযে আশাই পাখী মেলি
উরি যায় সপোনলৈ'
তোমার মরম ছাঁয়াতে মিঠা জোনাক নামে
জিরি জিরি মলয়াতে মনর আঁচল উরে
রিমি ঝিমি সুরে সুরে মোর হৃদয় ভরে॥

মোর যে হিয়াই বিচারে তোমাক
মিলনরে গানে গানে
ইমান নিবিড় মায়ারে মধুর সপোন আনে
জিলিমিলি ... .. ... ॥



## মন প্ৰজাপতি

পৰিচালনা—ভূপেন হাজৰিকা কথা সঙ্গীত—ভূপেন হাজৰিকা

শিল্পী—উষা মঙ্গেশকৰ

অ' অভিমানী বন্ধু—ভুল সুবুজিবা,
নাপাহৰিবা, পাহৰি নাযাবা।

সংযমহীনা বুলি দোষিছিলা
তুমিয়ে চাকি শুদ্ধ
মোৰও পুৰুষত অধিকাৰ নাই
সেয়ে মোৰ পথৰুদ্ধ।

সেয়ে বিদায় মাগিলো হাৰও মানিলো
ৰখি নিভতিৰ যুদ্ধ।

তথ্য ভৰিলোঁ তোমাৰ সভাত
লুকাই খেলিলোঁ খেলা
অথবী জীৱন ক'তো নাপাম
শূণ্যতে মোৰ মেলা॥



শিল্পী—ভূপেন হাজৰিকা, উষা মঙ্গেশকৰ

চেনাই মোৰ অ'
গাভৰু কালতে আছিলো এজনী
ফুলকে সুবুলি ফুল
খুৰিয়া তামোলে কোচে নধৰিছিল
বোপায়ে নধৰিছিল ফুল।
নৱমী অ'—তেল পৰি পিছলা
ভৰি দিব নোৱাৰা
ৰঙাজানৰ তেলীয়া সাঁকো।
দিনটো নেদেখি থাকিব নোৱাৰে
ৰাতি কেনেকৈ থাকোঁ ?

হাঁচটি হাঁচটি কৰ ডেকাটি
হাতত বাখিছোঁ ঐ ডেকাটি
হাতকে পাবি তই মোকে নাপাৱ
গামোচা পাবি তই মনটি নাপাৱ

অ'—ভটিয়াই যাবিগৈ
কলবাৰী পাবি গৈ
চপাই নাকাটিবি পাত
আলহীৰ নিচিনা
খাবি চাউল সিজা
মোৰ গাত নিদিবি হাত।

গাভৰু অ'—
তেলৰে বাটিতে তেলে মকভিলে
গালে মকভিলে ঘাম
পচুলি মুখতে সুহুৰি মাৰিবি
দুয়ো একেলগে যাম।

মোকে লাগে লাগে কৰ ডেকাটি
দূৰলৈ যাবলৈ নাই মনটি
ভুবকে বাতি তই নাপাবি ডেকা
বাওনাই চন্দ্ৰক নাপাবি একা
অ'—আমাকে পাবলৈ গংগা স্নান কৰগৈ
বিধাতাৰ ধৰগৈ ভৰি
হাতত নধৰিবি হাতযোৰ কৰিছোঁ
লাজত যামগৈ মৰি।



শিল্পী—ভূপেন হাজরিকা, উষা মঙ্গেশকর

জানকী,—                    কি ?

কিয় এই সংযমহীন আচৰণ ?      কিয় ?

এই ধুনীয়া গধূলি লগন
সংযমহীন আচৰণ
সমাজৰ আঁৰতে নিয়ম ভাঙি
কিয় হুয়া হুয়াতে মগন ?

কিয় বাৰু ?

প্ৰেমনো কি ?

প্ৰেম যেন বহুতৰ কটাৰীৰ খেল
শানিত কটাৰী চলে
শন্ শন্ শবদে বুকু ভেদিলে
বাধা দিব কোন কৌশলে ?

কিয় এই আকৰ্ষণ ?

জীৱন এন্ধাৰ জগত এন্ধাৰ
তুমিতো বিজুলীৰ চাকি
তোমাৰ জ্যোতি যদি বুকুতে হেৰাই
দিলাই বা অকমান ফাকি
অথবা জীৱন অকলশৰীয়া
পাপ যদি হয় হওক জগৰীয়া
কম্পিত বুকুৰ আকুলুয়া
দুটি বাহু মৰম বলিয়া
কিয় মিঠা আলিঙ্গন।



# বিশেষ প্ৰাপ্তি

পৰিচালনা—উপেন কাকতি
কথা, সঙ্গীত—উপেন কাকতি
শিল্পী—ভূপেন হাজৰিকা

দেহাই আমনি কৰিছে কৰিছে
মনত অগনি জ্বলিছে জ্বলিছে
পপীয়া তৰা খহিছে ।

সংস্কৃতিৰ হ'ল যত অপচয়
দুস্কৃতিৰ হ'ল জয় জয়
হেৰ অবুজ নদী
তোক ভুৱাবে ভেটি
সোণালী পথাৰ নাশিছে ।

নিজৰ পলসৰে গঢ়া দুটি পাৰ
তই নিজেই সংহাৰ কৰিছ
বালিৰ বাহুত শত স্বৰ্ণ জিলিকিছে
ব্যভিচাৰ সৃষ্টি কৰিছ ॥
তোক বান্ধোতা হেজাৰজনে
প্ৰাৱনত কাঞ্চন বুটলিছে
তোৰ পাৰৰ জনতাই বেজাৰ মনে
দুখত চকুলো টুকিছে
তই উন্মাদ ৰূপেৰে নবয় কিয় ?
তই অসুৰ দানৱক নবধ কিয়
মানুহৰ হাহাকাৰ নুবুজ কিয় ।
হেৰ অবুজ নদী
বোৱা চকুৰ পানী
[illegible] [illegible] নাশিছে ॥

শিল্পী—অনিমা ভট্টাচাৰ্য্য

কেতেকী নহওঁ মই
মালতী নহওঁ মই
নিশাৰে তগৰ পাহি
আমণি নকৰিবি তুই ফাগুন আহি।

এই ৰাতি মায়া ৰাতি
বিৰহেৰে চাটি ফুটি
লোৱা আহি মৰম চুহি
দেহাটি উচলি পৰা
সপোন বুটলি ভৰা
মেলি দিছো প্ৰেমৰ কুহি
আমণি নকৰিবি তুই ফাগুন আহি।

ঘন ক'লা চুলিতে মই
কেতেকী ফুল পিন্ধিলো
ৰাতিৰ অভিসাৰিকা মই
মায়াৰ সাজে সাজিলো
কোনে লৰ আকোৱালি আহি
আমণি নকৰিবি তুই ফাগুন আহি।

মায়াৱী ৰাতিৰ মই সোণৰে হৰিণী
যৌৱনে অগনি মাগে
খেয়ালী মনক মই বান্ধিব নোৱাৰো
কৰিছে আমণি আহি
আজি ৰঙা ওঠত বিলালো হাঁহি ॥
আমণি নকৰিবি তুই ফাগুন আহি

মন ৰঙা বুকুতে মোৰ
জেতুকা ৰঙ বুলালো
হিয়াৰ পৰিচাৰিকা মই
ৰূপৰ শিখা জ্বলালো
ৰঙা ওঠত বিলালো হাঁহি
আমণি নকৰিবি তুই ফাগুন আহি ।



শিল্পী—কুল বৰুৱা

প্ৰান্তৰ পাহাৰ

প্ৰান্তৰ পাহাৰে ভাবিছিলো যৰ ক্লান্ত
বৃক্ষৰ সমীৰে দিছেহি অমৃত ভাণ্ড
লুইত বৈ যায়, অ' লুইত বৈ যায় ॥

যাৰ শ্যামল শ্যামল প্ৰান্তৰে
দুটি পাৰ সজালে
যাৰ কাজল মেঘৰ বৰ্ষাৰে
স্বপ্ন সফল কৰিলে ॥

কত ভাগ্যৰ শিল্পীৰ তুলিকাৰে
কাৰাৰ ইতিহাস ৰচিলে,
কত নিঠুৰ সংগ্ৰাম শেষতে
জীৱন পূৰ্ণ কৰিলে ।

প্ৰান্তৰ শিবিৰৰ সাৰটি ধৰে
চঞ্চল পানীৰ নৈ
অন্তৰ ভৰা স্ৰোত উপচি পৰে
জয়ৰ হাঁহিৰ নৈ ।

অ' লুইত বৈ যায়, লুইত বৈ যায় ॥



শিল্পী—বীণা শর্মা

মই সৈনীক ৰখীয়া ৰৰ লুইতৰ কাৰণে
আই মোৰ তোলৈ চিঠি লিখো মনৰ খামত যতনে
আই মোৰ অ' অ' অ' জানানে,
বছৰ ঘুৰি ঘুৰি আহে
অ' আই মোৰ বুৰঞ্জী উভতি আহে
আজিহে দেখিলোঁ ৰৰনৈৰ প্লাৱনে
দুপাৰৰ প্ৰলয় আনে
আই মোৰ অ' অ' অ' জাননে ?

আই মোৰ অ' মানুহবোৰ অসুৰে হ'ল
সিহঁতে নেজানে দয়া
অসুন্দৰ ৰখীয়াই ধনহে চোঁচে
অসমীৰ ভাগ্য বেয়া
আশাৰে চাই চাই চাই বান্ধিছো
লগেৰে বৈ বৈ বৈ ভেটাদি
বাইজক ৰাখিবৰ মনে
আই মোৰ অ' অ' অ' জাননে ??

আই মোৰ অ' লখিমী মৰহি গ'ল
মনতে জাগিছে বেথা,
অহা আঘোনতে মই উভতিমে
পাতিম সৈতে ঘৰে কথা
এতিয়া বৈ বৈ বৈ ভাবিছো
কেতিয়া সৈ সৈ সৈ পামেগৈ
তুমি যে বিয়াৰ কাৰণে
আই মোৰ অ' অ' অ' জাননে ??

# মেঘমুক্তি

পৰিচালনা—বন্ধু
সংগীত—খগেন মহন্ত
শিল্পী—খগেন মহন্ত
কথা—কেশৱ মহন্ত

যায় অ' কানু বায় বেণু
কোন দূৰণিৰ মথুৰালৈ যায়
সোণৰ ৰথে পথে পথে সাঁচ বহুৱাই
শুদা মন বিবিন্দাবন উঠে উচপ খাই ॥

উমি উমি জ্বলে হেঁপাহ জুমি জুমি চাওঁ
দূৰে দূৰে থাকা তুমি সুৰে সুৰে পাওঁ
অ' গাৰ লগৰ চাঁ এই মন কতো নেহেৰায় ॥

হিয়া জুৰি বাজে বাঁহীৰ জুৰণীয়া মাত
উথল মাথল মন জিৰায় কদমৰে ছাঁত
বুকুত পালো এয়া তুমি আছিলা লুকাই ॥

শিল্পী—অৰ্চনা মহন্ত

ৰূপহী কৰানে মোক—
ক'ত থাকে সেই ৰূপহ কোঁৱৰ
ৰূপে যাৰ বুকুত তোমাৰ
তোলে আজি প্ৰেমৰ লহৰ ॥

সপোনত দেখিলানে হ'লা ইমান মুগ্ধ
তুমিয়েনে উষা আইদেউ তেওঁ অনিৰুদ্ধ
তুমি জানো তেওঁৰ নদী তেওঁ তোমাৰ সাগৰ।

মইযে তোমাৰ প্ৰেমৰ দৰদী চিত্ৰলেখা
মইযে তোমাৰ সপোন আঁকা মৰমী সখী
নাচেনে চকুত তোমাৰ কোঁৱৰৰে ৰূপ
তুমি জানো আজি তাৰে সাধনাতে মগ্ন
থাকিনে সখি ৰাতিকালে জ্বলাও তোমাৰ ধূপ।

শিল্পী—খীগেন মহন্ত

কেলেই শোক কৰা কেলেই দুখ কৰা
আনি দিব পাৰো মইনা সৰগৰে তৰা
কৰি দিব পাৰো মন তোক ৰঙে ৰসে ভৰা ॥

নাহি কোন থাকিব পাৰে তোমাৰ ওচৰলৈ
অলপ পলম হব মইনা চিন্তা কৰা কেলেই
এই মইনা হব কইনা নাই ভয় নাই ভয় নাই—
সাজি কাচি আহি আছে আমাৰ নতুন দৰা ॥

পিন্ধাই দিম সাতেশৰী পৰাই দিম গলেপতা
জোনবিৰি, আঙুঠি, খাড়ু
বুটা বচা পৰাই দিম মিলা কৰা পেজেৰা
আৰু কি লাগিব বাৰু
শিৰ গুৱাই সেন্দুৰ কাণফুলিৰ মজুৰ
পেচ দিয়া বিহা কি মজা আহা—



শিল্পী—নির্মলা মিশ্র

কি—খিল খিল খিল খিল হাঁহিবে ক'লাহি
ফুলবেই ৰঙৰ সভাত
গাঠা গাঠা গাঠা তোমাৰ মালিকা গথাহি।

আহা—হা—
মোৰ আলসুৱা মৰমৰ পুলক সানি দিওঁনে
মোৰ বৰণীয়া হৃদয়ৰ পৰশ সানি দিওঁনে
মই দিওঁনে তাতে পৰাগ-ৰেণু
আকুল কৰা সোণ হাঁহি ॥

মোক কোনে কব
আজি কিয় ইমান আপোন লাগিছে
মোক কোনে কব
আজি কিয় সোণৰ সপোন জাগিছে
আহা—
কোন তুমি বাৰু আঁৰে আঁৰে মন মোৰ কাঢ়িছা
কোন তুমি বাৰু বাৰে বাৰে ছবি হৈ জাগিছা
মোৰ জীৱন ভৰি হিয়া জুৰি
বাজে তোমাৰ মন বাঁহী ॥

শিল্পী—খগেন মহন্ত, অৰ্চনা মহন্ত

অ' ফুল পাহ হাঁহিছ জাগিছ
„ „ „ কি কথা পাতিছ
কিনো বতাহ চাটি পাই
নাচি বাগি সাৰটি ধৰিছ ।
মোৰো জা'না সপোন এনেকৈয়ে
এনেকৈয়ে ফুলিছে
মোৰো জানো সপোন অজানিতে আহিছে
অজানিতে আহিছে
ফুলোতি পখিলি ফুলে ফুলে উৰি উৰি
তই তাৰে জানো বাতৰি বিলাইছ ।
জানো এই বাক্যোনো প্ৰাণে প্ৰাণে থাকিব
হিয়া ভৰি থাকিব
মোৰো এই ভাল পোৱা ফুল হৈ থাকিব
কলি হৈ জাগিব
আজলী কলিটি কোলা শুৱাই
তই আজি মোক জীৱনেৰে পূৰ্ণ কৰিছ ।



## নিশাৰ চকুলো

পৰিচালক—দেৱকুমাৰ বৰুৱা    সঙ্গীত—গৌৰচান্দ মুখাৰ্জী

শিল্পী—গৌৰচান্দ মুখাৰ্জী    কথা—জ্ঞানেন চৌধুৰী

ভালপোৱা মানে দেহা নহয় হৃদয় খনিহে সঁচা।
ৰূপ কুৰূপৰ প্ৰশ্ন নুঠে ৰূপৰ কথা মিছা ॥

ভগা পিয়লাতো সোণালী মদিৰা
পানৰ আমেজ আছে
অঙ্গে অঙ্গে শোভা নহলেও
হৃদয়ৰ দাম আছে ॥
চকু পানীয়েই জীৱন নহয়
হাঁহিৰো অংশ আছে
ফুল মানেই কাইট নহয়
স্নিগ্ধ সৌৰভো আছে ॥

জীৱনৰ ৰঙ হেৰোৱা নাই
কুৱলী আঁতৰি যাব
নতুন পুৱাৰ নতুন বেলিয়ে
ধৰণী ধুৱাই দিব
ৰাতি মানেই আন্ধাৰ নহয়
জোনাকৰো ৰঙ আছে ॥



শিল্পী—প্ৰতিমা বেনাৰ্জী

অদ্ভুত সপোন বুকুত সাৱটি
জ্বলে জোনাকীৰে শিখা,
প্ৰাণ বতৰা শুনাছো প্ৰিয়
অন্তৰ ফুলিবে দিশা ॥

কিমান স'পোন উচুপি ৰ'ম
অশ্রু নদী আৰু যে নৰয় শুই,
তাহুৰ প্ৰাসাদ কিমান সাজিম
কলিজাত জলিছে জুই ।
ঈশান মেঘে ঢাকিছে পৃথিৱী
এই জোনাকৰে নিশা ॥
সুৰৰ মায়াৰ ছবি আঁকি দিলা
কিয়নো মোৰ হৃদয় জুৰি
মনৰ পখিলী কিমান চিনাব
মৰহি যোৱা ফুলতে পৰি
ৰাতিৰ চকুলো কিমান সৰিব
কেতিয়া পুৱাব নিশা ॥
মইযে হেৰোৱা সুৰ ফুলৰ সুবাস নাই
এতিয়া হৃদয় জুৰি মাথো শ্মশানৰ ছাঁই ॥



শিল্পী—গৌৰচান্দ মুখাৰ্জী, হৈমন্তী শুক্লা

ব'লা যাওঁ উটি বুৰি আহা লুইতৰে পানীতে
মিলি যাওঁ ৰঙা সোঁৱা দিগন্তৰ বুকুতে ॥
তোমাৰ চকুৰ মণিত স'পোন ভাহি যায়
মনে মোৰ পাহি মেলি কিযে গুনগুনাই
সোণোৱালী মেঘৰ ৰথে সময় উৰি উৰি যায় ॥
অস্ত ৰবিৰ বেশ লুইতত মিলি যায়,
মোৰ হিয়া উদ্বাকুল মিলনৰ সময়
সোণোৱালী মেঘৰ ৰথে সময় উৰি উৰি যায় ॥



## আশ্ৰয়

পৰিচালনা—দুলাল ৰয় | সঙ্গীত—ৰমেন বৰুৱা

শিল্পী—দ্বীপেন বৰুৱা, নমিতা ভট্টাচাৰ্য্য | কথা—কেশৱ মহন্ত

সৌ মেঘৰ ছাঁ দেখিলে
মন ভৰি বাক কিয়নো যায়
এই বনৰ বা লাগিলে
মন উৰি গুচি ক'লৈনো যায়।
আজি কোমল ৰ'দৰ মিঠা বতৰ
নিজান বনত বুকু দি যেন শুই ৰয় ॥

ঝিৰ ঝিৰ বৰষুণ পৰে
মৌ যেন নিজৰি ঝৰে
ফুল সৌ লবে কি চৰে
যেন কথা কয় মোৰে সতে
গোপন গোপন আছে কিমান মৰম
যেন পখিলা হৈ ফুলৰ পাছিত উৰি ৰয়
আহা বনৰ—। সৌ মেঘৰ ছাঁ··· ॥

আলফুল পখী তই ক'ৰে
তিৰবিৰ পখা যে তোৰে
কুমলীয়া মনে যে মোৰে
পানীৰে খেমালী কৰে
ইমান আপোন এই যে পানী দাপোন
ৰহন সনা হিয়াৰ আবেগ ক'ত ৰয় ॥
আহা বনৰ····। সৌ মেঘৰ ছাঁ··· ॥

—●—

শিল্পী—নমিতা ভট্টাচাৰ্য্য

কিনো মৰমৰ জৰী
কেনেকৈ ৰাখিবি ধৰি
ইমান যে ঠুনুকা
জানোৱা চিঙি যায় ॥

পদূলিৰ সৌ বকুল জুপি
বেজাৰতে ৰাক আছেনে উচুপি
আকোৱালি ধৰি ৰাখিব নোৱাৰে
ফুলে তাক এৰি এৰি সৰি যায় ॥

এই ভাল লগা এই ভাল পোৱা
ফুল কুলি যেন সৰি যোৱা
সৰেও যদি তোৰ চকুলো টুকি
যাবই লাগিব মই খুপি খুপি
মৰমে যে তোক ৰাখিছে ধৰি
মৰমতে থাকিবি জীয়াই ॥



শিল্পী—দীপেন, নমিতা

সুধিছা তোমাৰে কিমাননো মৰম
মই মৰমৰ সুগভীৰ নৈ
বহাগৰ বতৰা হৈ ।

তোমাৰে নদীৰে নেদেখো যে দৌ
মই নেজানো কেনি যায় বৈ
তোমাৰে বতৰা লৈ
[illegible] বতৰা লৈ ॥

আমাৰ মনত আজি কিহবনো বাগী
প্ৰথম কদম ফুলে
পাহি মেলিছে মেলিছে পাহি
সেয়ে মন উৰে প্ৰজাপতি হৈ
পলাশৰ বতৰা লৈ ॥

তুমি যদি হোৱা নদী মৰমৰে
তাৰে সোঁতে সোঁতে—
উটি যাবানে কোৱা সচাঁকে
দুয়ো লহৰে লহৰে এক হৈ
ভাল লাগে ভাবিলে বৈ ॥



শিল্পী—দীপেন বৰুৱা

এৰি থৈ যাওঁ মোৰ চিনাকি পাৰ
অচিনাকি সোঁতে ঘাট ভাঙিলে তাৰ ॥

নৈৰ বুকু জুৰণীয়া
দেখি লাগে ভাল, কি ভাল অ'
তলে তলে কি সোঁত বলে
জানো সিয়েই কাল; কি কাল অ'
তেওঁযে আমি যাব লাগে পাৰ লাগে পাৰ ॥

এই নৈৰে ঘাটে ঘাটে
বণিজৰে নাওঁ কি নাওঁ অ'
কোনে কিহৰ বেহা কৰে
বুজো তাৰ ভাও, কি ভাও অ'
আমাৰ বেহা বুকুৰ বেথা পাৰ নাইথৈ তাৰ ॥



## সোণৰ হৰিণ

পৰিচালনা—সমৰেন্দ্ৰ নাৰায়ণ দেৱ কথা, সংগীত—তফজ্জল আলি
শিল্পী—দ্বীপেন বৰুৱা, দেৱযানী দাস ।

এই নদীখনি কেনি বৈ যায়
তুমি জানানে ?
জানো সাগৰলৈ ।

এই নদীখনি কিয় বৈ যায়
তুমি জানানে ?
জানো সাগৰৰ বুকুতে মিলিবলৈ ॥

এখন নদী তাৰে দুটি যে পাৰ
দুটি জীৱন আছে দুপাৰে তাৰ
ইপাৰে সেউজী আমাৰে গাওঁ
সিপাৰে ৰূপহী নগৰী পাওঁ
কোন পাৰে বাৰু চাপিব নাও
কব পাৰানে ?
নাজানো সোঁতেনো নিয়ে কলৈ ॥

আমাৰ গাঁৱেখনি বুকুৰ আপোন
অভাৱ অনাটনে ভাঙে সপোন,
নগৰীৰ বাটতে জিলিকে সোণ
বুটলি আনিছে সিজনা কোন ?
আজুৰি আনিব আকাশৰ জোন
কোৱা পাৰিবনে ?
আহিছো তাকেহে চাবলৈ ॥



শিল্পী—দীপেন বৰুৱা, দেবযানী দাস

অ' মইনাজান পানীতে মুখনি চায়
কোন মেনকাই
অ' দেহী ঐ চিনাকি মুখনি জানো
চিনি পোৱা নাই ॥

কথাত দেখোন ববযে মৌ
কিনো আছে মনতে
আছে এটি আশা মনত
সাঁচি থোৱা গুপুতে
মনৰ গুপুত কথা জানো
মনে বুজি পায় ॥

মৰমৰে ব'দালিতে
উঠে জীৱন উজলি
পলসুৱা পথাৰতে
ফলে সপোন সোণালী
এই পাৰঁতে জনম আমাৰ
এয়ে মৰণৰো ঠাই ॥

ৰূপেৰে কাম নিদিজে সোণ
ঘৰ ধৰিব লাগিব
কথাৰে মুখ নভৰে ধন
হালো বাব লাগিব
হাল জুৰিলেই নহয় ধন
আদি দিবও লাগিব ।

আখল চালেই নহব সোণ
ভুঁয়ো কৰ লাগিব
ভুই শুজিলেই নহব সোণ
ধানো দাব লাগিব
পথাৰ চালেই নহব ধন
ঘাৰা চাব লাগিব
মিলিজুলি ছয়োটাই—॥

শিল্পী—দেৱযানী দাস

তামসী ৰাতিৰ এজনী ছগা
পুৰিলে আজি ছুখনি পাখি,
নাজানো কিহে আনিলে টানি
দেখিলো মাথোন বিজুলী চাকি ॥
[ উস্ ইমান আন্ধাৰ ]

ইমান আন্ধাৰ হায় ইমান আন্ধাৰ
নেদেখোঁ কেনিও অকণি পোহৰ
কাজল-কলা আন্ধাৰে মোৰ
ধৰিলে আহি জীৱন ঢাকি ॥

আকাশ ভৰা তৰাৱলী
ঘৰে ঘৰে দীপাৱলী
তথাপিও নাই যে পোহৰ
আছে পাপাৰ আন্ধাৰ গলি
পাষাণপুৰী মহানগৰী
মিছা ৰূপৰ চিকিমিকি ॥

শিল্পী—আনন্দ নাৰায়ণ দেৱ

মোৰ জীৱন এখন এম্বেছেদৰ
কৰ খৰধৰ সময়ো যে নাই
নহলে সিপিনে ভাই ভাড়া মাৰ যায় ॥

মোৰ নতুন গাড়ী চলে তাৰাতাৰি
তীৰ্থ যাত্ৰী যায় কামাখ্যালৈ
আৰু যায় মিলনৰো যাত্ৰী তালৈ,
মোৰ গাড়ীতেই যায় সাধু গুণীজন
আৰু যায় জালিয়াত চোৰ দুৰ্জ্জন
পুলিছো আৰোহী হয় বিচাৰি খবৰ ॥

এয়ে দিচপুৰ সোঁৱা জনতা ভৱন
বহুকাম লৈ নিতে আহে বহুজন
কাহিলীপাৰাৰ জ্যোতি চিত্ৰবনত
কলিছে সপোন তাত ৰূপকোঁৱৰৰ ॥

মোৰ নতুন গাড়ী চলে তাৰাতাৰি,
মেডিকেল কলেজলে' কেতিয়াবা যাওঁ
জীৱনে মৰণে যুজা তাতে দেখা পাওঁ
বিশ্ববিদ্যালয় আহিলো এবি
চিৰিয়াখানা আৰু বিকাইনেৰী
এৰিলো আকাশবাণী পালো বাহুৰৰ ॥

কেতিয়াবা গাড়ী লৈ বশিষ্ঠলৈ পায়
মাজে মাজে গাড়ী বিয়া খৰকৈয়ো যায়
ইঁহি আৰু কান্দোনৰ এই অভিনয়
দেখিলো কতনা ছবি ৰং বিৰঙৰ ॥



# শ্ৰীমতী মহিমাময়ী

পৰিচালনা — পুলক গগৈ　　　সঙ্গীত :- —কুল-অতুল

শিল্পী—কুল বৰুৱা

১১৯। মুখ খনি গৈ মুখা হ'ল ঐ
ৰঙ ইমানকৈ সানিছা কেলৈ
কোনেনো চাব বৈ বৈ
অ' দেহি কোনেও নেচাই বৈ ॥

চকুতে কলা কাজল ওঁঠত ৰঙা ৰঙ
চুলি যেন চৰাইৰ বাহ তাতে কিনো চং
মোৰে দেহি ক'তে মৰো গৈ
দেহি দেখি দুখ লাগে ঐ”
মোৰে ... ... ...
এখোজ দুখোজ কৈ যোৱানো ক'লৈ
অভিমানীনী যোৱানো ক'লৈ
বেয়া পালে কিযে কৰো ঐ
অ' দেহি সঁচা কথা কলো সঁচাকৈ ॥

নেকান্দিবা বেয়া দেখি মুখ হ'ল পাচি
অ' নহয়, অ' নহয় যেন ফুলা লুচী
আই ঐ দেহী আৰু নকওঁ ঐ
চুই চুই কাণত ধৰো ঐ ।
আই .. ... .. .. ....

শিল্পী — ভূপেন হাজৰিকা

১২০। নিজক কিয় চাও বুজিতো নেপাও
নিজেই নিজৰ মাজতেই যেন
অচিনাকি হৈ যাওঁ
নিজক কিয় চাওঁ ।

গভীৰ দুখৰ আছে জানো কিবা শেষ
জীৱন কেৱল অভিনয়ৰেই বেশ ।
নজনা নদীত মাথোন উটিছো
সিপাৰে কিবা গাওঁ
নিজক কিয় চাওঁ ॥

কৰে ভীৰুতাই কত নিকৰুণ ভুল
অবিচাৰে নাশে কত জীৱনৰ সুৰ
ধুমুহা বনতো যি ফুলি ৰয়
তাৰেই গীতকেই গাও
তাতেই জীৱন পাওঁ
নিজক কিয় চাওঁ ॥

— ❀ —

শিল্পী - ডলী ঘোষ

১২১। দুহাততে দিছা মোক ফুল
ভাষা নাই মোৰ ওলগৰে
জীৱনক দিছা শুভাশীষ
পাহি মেলি যেন ফুলিবলৈ ।
বৰ ভাল লগা গভীৰ মৰম
অৰ্থময় হয় এখানি জীৱন
দিছাহি যাতবি শিহৰণ আছে
দিছাহি যাতবি বহু ৰঙ আছে ॥
মোহনীয়া জোনাকী মৰম
কি [illegible] ।

মই এটি জুৰি বনৰে বুকুৰ
বৈ যাব খুজো সীমাৰ খিয়াই ॥
কত জান জুৰি বাটতে হেৰাই
ক'ত ফুল কলি মুফুলি শুকাই
মোহনীয়া জোনালী মৰম
কি যে অপৰূপ হৃদয়ৰে ॥

— ✤ —

শিল্পী পুলক বেনাৰ্জী

১২। জীৱনে বিচাৰে কি
অ' হৃদয়ত থকা নীল গভীৰতা
দুচকুত থকা নিবিড় মমতা
তাকেই বিচাৰে সি ॥

নদীয়ে জানে সাগৰেই গতি এই লহৰৰ
প্ৰাণ প্ৰবাহৰ শিল ভাঙি যায়,
বনত আঘাটত ।

যোৱাৰ প্ৰেৰণা থাকে ক'ত বাৰু
মৰমে দিয়ে নেকি
জীৱনে বিচাৰে কি
ঋতুৱে ঋতুৱে যি ফুলি উঠে
ফুল এটি ফুল প্ৰভাত বনৰ
ফুলি উঠে জোন ফাগুন বনৰ ॥
কিহৰ যাদুত কি পৰশত
হৃদয়ে জানে কি
হৃদয়ে বিচাৰে কি ...... ॥

শিল্পী– কুল বৰুৱা, ডলী ঘোষ

১২৩। নীলা আকাশৰে কপোৱালী পৰী
জীয়াঁৰে তুখনি পাখী
আলফুলে উৰি আহে
লগতে তৰাৰে জাকি ॥
আমাৰে পাখীতে উৰাৰে বতৰা
ৰ'দে জোনাকৰে সতে
জিকিমিকি ফুলে ফুল আমাৰে নাচোনতে ॥
ফুল, ফুল কতা ?
ফুল কি ফুলি ৰয় কেৱল এই বনতে
ফুলি ৰয় গছৰে পাতে.
ফুল যে ফুলি ৰয় মিঠাকে হাঁহিতে
ফুলে ফুল মিঠা মাততে
তাত ফুল ৰঙৰ মেলাতে ।
আমাৰে হাঁহিতে পুৱাৰে বেলিটি
আমাৰে সুৰতে নদী
জিৰি জিৰি জিৰি বয়
বুকুৰে সুৰভি যাচি ॥
হাঃ হাঃ হাঃ হাঃ
এন্ধাৰৰ অসুৰে দেও দি নাচিলে
পোহৰে বিনাশি থলে
অসুৰলে' নাই ভয় –
আছেনো কতে ভয় মনেতো সাহস হ'লে
আমাৰে চকুতে পোহৰৰে শিখা
মনটি এগছি বন্তি
সিচি সিচি আমি যাওঁ সৰগী নতুনে জেউতী ॥

# ৰাংঢালী

পৰিচালনা দ্বিজেন্দ্ৰ নাৰায়ণ দেৱ
শিল্পী - আনন্দ নাৰায়ণ দেৱ

সঙ্গীত—হেমেন হাজৰিকা
কথা—গীতা হাতীকাকতি

১২৮। মৰম মৰহি গ'ল
সপোন মলঙি ৰ'ল
মোৰ এই হিয়াত নকৰা আঘাট
ৰ'ৰ লাগি চাই ৰৈ ॥

সময় বোৱতী নৈ
ঢৌৰ ঢৌ নাৰত মই
চকুত তোমাৰ অবুজ সাগৰ
কোনেও নজনা কৈ
কোনেও নুবুজা কৈ
কেঁচা কলিজাত নকৰা আঘাট
ৰ' লাগি চাই ৰৈ ॥

মই যদি নৈ তুমি দুটি পাৰ
জীৱন এখনি নাওঁ
আহা দুয়ো উটি উটি যাওঁ
কোনোবা এদিন বাজিবই বাঁহী
পাৰা পাৰ যদি পাওঁ ॥

সপোন আতুৰা তুমিটো নাজানা
কোন তুমি আৰু মই
কেঁচা কলিজাত নকৰা আঘাট
আকৌ নতুন কৈ ।

শিল্পী—মহানন্দ মজিন্দাৰ বৰুৱা, ৰুণ্মী ঠাকুৰ, ভবেশ ঠাকুৰ, আনন্দ নাৰায়ণ দেৱ, পুষ্পা আৰু ললিত

১২৫। ইপাৰে পিতাইৰ ঘৰ সিপাৰে শাহুৰ ঘৰ
মাজতে এখনি —
নৈৰ নাম যমুনা কৰা কৃষ্ণ কৰুণা
যৌৱন দৈ ঐ যায় মোলান পৰি
হৰি দয়াময় দেহা ৰেহা মায়াময়
তিতা কেঁহা লাগিছে মোৰ ॥

ইপাৰে শহুৰৰ সিপাৰে আইৰ ঘৰ
মাজতে এখনি —
নৈৰ নাম মালিনী নাপাও নাই ঠাউনি
সাতুৰী ঐ নাড়্‌ৰি
যাবলৈ কলিজা শত নাই ৰাধিকা ঐ
চেনাই তামোলখন ঠুৰিয়াই
চেনাই টিপতে ল্‌কুৱাই
চেনাই দিবলৈ কৰিছো মন
মোৰে ককাইটি চেনেহৰ ভনীটি
কথালৈ কৰিবি কাণ ।

নাৱত পাৰত লাগিলে ঐ পহোৱা ঐ বতাহজাক
হে উজায় বব নালাগে আৰু
হে টঙিঘৰ ৰখিবি ঐবাৱত ঐ খেদিবি
চ'ত গ'লে গামকি বাৰু ।
মাইজান কি কৰো কলৈ যাওঁ
উজায়নো ভটিয়াই চাওঁ

১২৬। জাবনিতে জেংথৰি লুকো মোৰ ঐ সোণজনী
বুকুৰ চমচমনি বুকুৰে হুমহুমনি
মনৰ কথা বুজোতা নাই
দেও দি মৰিলে এ চেনাই দেওনো দৰিকণা
এ চেনাই পল ভাঙি সাৰিলে শ'ল
তোকে ঐ বয়না এ চেনাই বয়না দি খৈছো মই
এ চেনাই শতক ঐ উফৰি গ'ল।
কেতিয়াবা মইনাজান এনেনো বেজাৰ লাগে
টেটু কাটি মৰিবৰ মন
হে টিপতে লুকালে অ' টিপামৰে ভাদৈ
হে গৰাৰ আৰে পাৰে চাও
হে শলগুৰিৰ আঘোনি অ' কাজিলনী লাবনি
হে জালি টিয়হঁ খোৱাদি খাও
কছল কছল কৰি জৰী গছৰ তলত বহি
নাহৰ তগৰ কপৌফুল দি আই অ'
ফুল ফুল গোন্ধালে গা ফুল ফুল গোন্ধালে
মন ফুল ফুল গোন্ধালে গা ফুল ফুল গোন্ধালে
গা দিচাং ডিবক দিখৌ দিহিং গাভৰু
সোৱণশিৰীৰ সোনালী বালি
নাও তোৰ ঐ তুলুঙা মন মোৰ ঐ উকঙা
ঘুনাসঁুতিৰ ঘাটলৈ—
যা দিচাং গাভৰু·
তই ডেকা পিলিঙা ময়ো চেঙেলীয়া
ঘুনাসঁুতিৰ··· ···

শিল্পী -মহানন্দ :- ৰুণ্‌মী + আনন্দ

১২৭। হেই জাক জাক জাকৈয়া ছোৱালী
হেই ৰাংঢালী জীয়ৰী বোৱাৰী
চিৰাজুলী পদুমনী ৰিললৈ
জাল জাকৈ পল হাতত লৈ
আজি সিচিমে সিচিমৈ বিল ॥

চিল চিল চিলনী জীয়েক নাইচোন
গীতনো কি চিতে গাওঁ
হে ৰঘুনাথ কাষৰি চপাই দিয়া নাও
অ' মই ওৰে দিনে নিশাই ভাই আহৰি নেপাওঁ
কাষৰি চপাই দিয়া নাওঁ ॥

তই জাননে নেজান বুজনে নুবুজ
বুজিও নুবুজিলি মোক
অ' দেহা বুজিও নুবুজিলি মোক
কিয় ঘনে ঘনে চাৱ মনে মনে
চালে শুছেনে তোৰ ভোক
মন গগনাতে আৰণী ঐ পোৰনী
বুকুৰে ঐ বিননী
কেনেকৈ পাহৰিম তোক
অ' চেনাই কেনেকৈ পাহৰিম তোক ।

হেই ৰাংঢালী ৰঙিলী আছিলি
চা ধৰিলো ৰৰ শ'ল এজনী
বিলে পদুমনী ৰাণী দৈয়া দৈ দেয়া দৈ
মোকাল বাইঁৰে থালৈ

তই জাননে নাজান বুজনে নুবুজ
বুজিও নুবুজিলি মোক
ঘনে ঘনে পতি নকৰ চুপতি
য'তে ততে তই নকৰ আমনি
হাঁয়হালত শুকুৰাই খা
যা হাঁয়হালত শুকুৰাই খা
হে ৰঘুনাথ কাষৰি চপাই দিয়া নাওঁ

+

শিল্পী—মহানন্দ মজিন্দাৰ বৰুৱা

১২৮। অ' ৰি, মাৰি শুনিলো
টিং চুৰাত উঠি দেখলো অ'... ..

অ' জিব জিব জিব জিব জিব জিব আছো বৈ
সেউজী সেউজা বুকুখনি
শুকুলা খনিয়া চাদৰখন হৈ
লুইতি মই। লুইতি মই।

দুয়ো পাৰে পাৰে মাতে মাতে বিতিয়াই
ঘাটে ঘাটে ঢৌৰে ঢৌৰে যায় সকিয়াই
আছিলো, আছো বৈ, থাকিমে বৈ
লুইতি মই—॥

মৰেই শংকৰ মৰেই মাধৱ
বীৰ চিলাৰায় মই গদাধৰ
গণি দিন পঞ্জী মৰেই বুৰঞ্জী
পৰুতীৰ্থ মোৰ বুকুতেই বয়
লুইতি মই। লুইতি মই



শিল্পী – মহানন্দ, ৰুণ্মী, ভবেশ, আনন্দ, পুষ্পা, ললিতা

১২৯। আকাশে নামিল বেলা
কিমন্নো কৰিছে খেলা ৰে
গছ কদম কেৰি ডাল ধৰি হৰি
বংশী বজাই কত ছল কৰি
আৱত ভাদৰ মাস আৱত নন্দিনী মোৰ
থমকি ছলতনয়ি হৰ ॥

বাগিছাৰ জাম তালায় হাট বসেৰে
আনি দিম শাখা সিদুঁৰ বাতিৰে
ৰাঙাপাৰীৰ সবুজ শাৰী ভাল লাগে ৰে
অ' তোকে ভাল মানায় ৰে
বেলি উঠে ৰোজি মোজি
ছল মাও মাও ধৰে জাতি
ঘৰে গিয়া মোৰগা মাৰাবৰে
হাঁয়ৰে হাঁয় বুধুৱাকে ছুটি ঠেং দিবৰে
হাঁয়ৰে হাঁয় নাছনীকে ছুটি ঠেং দিবৰে ॥

ধিতাং ধিতাং মাদল বাজে বাজেৰে
ঝাক ঝাক ঝাক ঝুমুৰ নাচেৰে
খোপা গুজি গুজি দিম লাল জবা ফুল গো
তোৰ গলায় পিধাই পিধাই
দিম ৰেশমী ৰুমাল গো
ঝাক ঝুমুৰে মাজে নাজায়
মাজে নাজায় হাৰাইল ।

—+—

শিল্পী—মহানন্দ+ৰুণ্মী কথা — হেমেন হাজৰিকা

১৩০। চাইনো চাই থাকিলেও হেপাহ মোৰ নপলায়
আকৌ ছুনাই চাব'লে মন
গাইনো গাই থাকিলেও ওৰকে নপৰে
সোণ মইনাৰ ৰূপ ৰহন
মইনাৰ গুলঞ্চি ফুল বৰণ
ৰিজু ৰিজু ৰিজু বন ফুলি আছে বৃন্দাবন
আমোল মোলাই মোৰে জীৱন
তোৰে মোৰে ওৰে জীৱন ॥

বকুল ফুলা চকুজুৰিত লাজ সলাজ ভাব
পাছৰাল ডেকা তোৰ নাই নাই লাজ
পাজিসেৰিয়া আঙুলিতোৰ উকা দীঘল ঘন
শেনপটীয়া আঙুঠিটো পিন্ধাই দিবৰ মন
ৰিজু ৰিজু ৰিজু বন ফুলি আছে বৃন্দাবন
আমোল মোলাই মোৰে জীৱন
তোৰে মোৰে ওৰে জীৱন ॥

গাৰিদিয়া ৰিহাৰ ভাজত পহুম ফুলৰ চাক
পানী অনা কলং ঘাটত ৰাজহাঁহৰ জাক
ৰাংঢালীক দেখি বিহু সাজি কাজি আছে
ৰংমনক দেখি কুলি কেতেকীয়ে মাতে
ৰিজু ৰিজু ৰিজু বন ফুলি আছে বৃন্দাবন
তোৰে মোৰে জুৰীয়া জীৱন
তোৰে মোৰে সুৰীয়া জীৱন ॥

# আজলী নবৌ

পৰিচালনা ঃ নিপ বৰুৱা

সংগীত ঃ ৰমেন বৰুৱা

কথা ঃ কেশৱ মহন্ত

শিল্পী – ৰুণজুন ফুকন

১৩১। চকু মেলি নাচাবা
ৰ লাগি নাচাবা
চকু মুদি চোঁৱাচোন
দেখা পাবা তাতেই
মন উতলাই কোনে চিত্ নচুৱায়
ৰঙতে ৰঙিলী পখিলা
পৰেহি ফুলতে দেখিলা
ফুলনি নাচিলে হালি জালি
কোনে বাৰু চাই চাই
আপোন পাহৰি নাযায়
মন মাৰি আছাচোন
নোচোৱানো কেলেই
ক'ত মৰি যাওঁ দেহি মন পমি যায়॥

আৰু যে এখনি ফুলনি
ফুলৰে হৈ আছে শুৱনি
আশাতে উলাহি জকেমকি
তালৈ আজি চাবলৈ
জানো আপোন কোনো নাই
জানো জানো কাষতে
আছে মোৰ বুকুতে
ধন সাঁচতীয়া মোৰ আছে বাট চাই॥

—+—

১৩২। এন্না যে দেখিছা চম্পা গোলাপ
ৰূপত ৰঙে চৰা ইমান প্ৰতাপ
ধুনীয়া ভাই ধুনীয়া— হয় পিছে দুদিনীয়া ॥

নাই যাৰ সৌৰভ তাৰ কি গৌৰৱ
হলেও যাউতিযুগীয়া
মৃদু মলয়ত ফুলৰ সুবাস
ক্ষণিকৰ বিনন্দীয়া '

পিচে ধুমুহা আহিলে অকস্মাতে
আৰু শিলা বৰষিলে জাকে জাকে
পাহি সৰি সৰি ফুল জৰি যায়
হাঁহি সৰি সৰি জয় পৰি যায়
কি উপাই কি উপাই--উপাই একো নাইকিয়া ॥

এইজাক ৰংচঙীয়া পখিলা ফুলত জিৰায়
পাখিত কি ৰং সানিলা চুলেই এৰাই যায়
চুব নাজানা পখিলা হাত কঠুৱা
পাখি নাজানা কিমান যে আলফুলীয়া
থাকা দূৰে দূৰে মন জুৰ পেলাই
কাষ চাপি আহি কোনো লাভ নাই
নাই নাই-নাই নাই-কোনে কয় নাইকিয়া ॥

এন্না দেখিছা যে ৰঙৰ বাহাৰ
বুকুৰ মৰম লগা মনৰ আহাৰ
যুৰীয়া ভাই যুৰীয়া—যৌৱনেই দুদিনীয়া ॥

শিল্পী দ্বীপেন - ৰুণজুন

১৩৩। কাক বুলিলো কোনে নিজে গাত পাত ললে চা
জালকে বুলিলে জকাই এতিয়া মজাতো পা
চাই চাই বুলিবি বাট আচহুৱা পিচল ঘাট
ভৰি পিছলি পৰ জানো খোপনি নৰয়
জানো চকুপানী বয় — মাকণ এবাৰ ভাবি চা

কথা সলাইছে চা, কথা পকাইছে চা
আমি নেপাওঁহে যেনিবা বুজি
বেথা লগাইছে চা বাগি মাৰিছে চা
কিনো মিছায়ে কিল খায় খুজি
খেমালী চা— বোলো কেনে !

হয়নে মানুহ মৰে কৈ, আইকণ চৰাই মৰে বৈ
আগ গুণিবি পাছ গুণিবি তেহে দিবি খোজ
আগ গুণিবি পাছ গুণিবি তেহে দিবি খোজ
কেনেই হৰ আকোৰগোজ আয়ে কথা কৈছে চা

পখী বনৰীয়া পাখি বৰণীয়া
দেখি, ধৰি ৰাখিবলৈ মন
হাতো নেমেলিবা মাতো নেমাতিবা
লেখি লেখি নেথাকিবা ক্ষণ
নেথাকিবা বোলো কেনে !
হয়নে ?

হাতো মেলা নাই দেইবা মাতো মতা নাই
পখীৰ ৰূপ দেখি আমি ভোলো যোৱা নাই
আমাক নালাগে চৰাই, আয়ে কেনে কবে চা॥

শিল্পী – দ্বীপেন+কণজুন

১৩৪। ঢৌ তুলি নাচিলে বুকু
দেখি কাৰ হৰিণী চকু
নকওঁ নকওঁ মই কাকো
কোৱা মানা, -জানো জানা ॥
ৰিব ৰিব বা লাগি হালে জালে
অ' ৰূপহী ফুলৰে পাহি,
কাৰেনো দৰদী চাৱনি সৰিছে
ইছাটি-বিছাটি হিয়া উতলোৱা হাঁহি শুনা ॥
শুনা-শুনা, শুনা শুনা ॥
তুমি মোৰ তুমি মোৰ কোনে ক'লে
অ' চিনাকি সুৰৰে বাঁহী
জানানে নাজানা চিনাকি সুৰৰে
বাঁহীটি বাজিলে তুমি দেখা দিয়া আহি
জানা-জানা, জান জানা ॥

— ✿ —

শিল্পী — দ্বীপেন বৰুৱা

কপালত তুলি ললি
আইৰ পাৱৰ ধূলি,
অ' নিঠৰুৱা এই বাটে ভাই
ওলালি ক'লৈ বুলি ॥
এই সমাজৰ ৰঙীন সাজৰ
মাজত কিমান যে ভুৱা,
মিছা মিছা এই মৌ সনা মাত
মিছাতেই ভোল যোৱা ;

শিল্পী দ্বীপেন বৰুৱা

১৩৫। আন্ধাৰ ৰাতি কোন বাৰু তই
অকলে ফুৰিছ যাবি কলৈ
কেনি তোৰ ঘৰ ক'ত পাবি ঠাই।
যায়েই যদি সৰি সৰি গোলাপৰে পাহ
এৰি থৈ ঠাৰিত নিঠৰুৱা হুমুনিয়াহ
পাহি মেলি কিয় ফুলিছিলে
শৰাই ফুলনি জকেমকাই॥
ভুল প্ৰতি ভুল কৰা কিয়
নিজেই পাব দুখ,
ফুলৰ আঁৰত নেদেখিলি
কাল সাপৰ মুখ।
নায়েই যদি দিনৰ পোহৰ ৰাতিয়েই ভাল
আন্ধাৰতে দেখি আহা ইমান ফৰকাল
নজলাবি চাকি নজলাবি
পোহৰ পৰিলে বাট হেৰাই যায়॥



দিন দুপৰীয়া চাই থাকোঁতেই
মাৰিব চকুত ধূলি॥
চাই উভতি একো নেদেখা
আগলৈও একো নাই
মাজত মাথো ওৰ নপৰা
বাট পৰি আছে হায়,
অ' বাটকৰা বাটটোকে ল'
শেষৰ সম্বল বুলি॥

রজা হরিশ্চন্দ্র
পরিচালনা — জিবন বরুয়া

প্রযোজনা — চামুণ্ডা [illegible]
সংগীত — [illegible]

হে জয় জয় দেব মহাদেব
দিয়া আশীর্ব্বাদ
করুণাময় হে বিশ্বনাথ
কৃপা কৰা প্রভু মাগোঁ প্রসাদ ॥

এই বিশ্বব্রহ্মাণ্ড তোমাৰে মায়া
অন্নপূর্ণা উমা তোমাৰে মায়া জায়া
রুদ্ররূপে তুমি ঘটোৱা প্রমাদ
শিৱরূপে পালা নাথ ॥

নাজানো বন্দনা কৰিব আমি
নিজগুণে লবা হে অন্তর্য্যামী
আমি দীনহীন আমি যে অনাথ
ৰাখা ৰাখা জগন্নাথ ॥

—+—

আকলো কিমান আছে বাকী
চকুলো তোমাৰ আই।

কান্দনো ফুৰটে চাই শোক পাতলাবা আই
বেলিয়ে [illegible] বসুন্দিয়া তলা তলা নাই নুই।

নিঠুৰ কাল [illegible] [illegible] [illegible] এই [illegible]
[illegible] [illegible] চিৰি লিলি [illegible]
[illegible] [illegible] [illegible] দিবা [illegible] [illegible] ॥

যায় এৰি যায় [illegible] কাৰেং সোনালী
এই আছে এই নাই যেন নৈৰ বালি ॥

নিয়তি তোমাৰ ই কি ছলনা
পুতলা খেলিব মাথো জানা
এই সিংহাসন এই ৰাজসুখ কাঢ়ি
ৰজাক কৰিলা বনচাৰী
সৰ্বস্বান্ত কৰি কৰা কি ধেমালি ॥

তুমি মহাৰাজ হাঁহি দিছিলা
সহস্ৰ সুবৰ্ণ মুদ্ৰা
সেই তুচ্ছধন আজি তাকেই বিচাৰি
এৰিলা ভাগৰ নিদ্ৰা
[illegible] মেঘে ঢাকে তোমাৰ ভৰালী ॥

—+—

[illegible] জালে কুমুলীয়া গা
ফুল কুমলীয়া ॥

ফাগুনী বা হাচি উৰে কি উৰে
কৰ্কাল খামুচীয়া ঘূৰে কি ঘূৰে
দেহা উজান ভাটি ৰম ৰম পোৰে
কাৰলে নাছিবি যা যা যা ॥

ডিডিৰ শাজেৰী লৰে কি চৰে
বক ফুলিটাৰি মূলকি পৰে
কিছে জানো আহি আমনি কৰে
আতে বিচাৰি চা চা চা ॥

থমাক চমাক আহা সুনয়না
উল্লাসে লয়লাসে ছন্দে ছন্দে তুমি
অনঙ্গ তৰঙ্গ আনা ॥

হাঁহি হাঁহি জ্বলে পুৰ্ণিমা যৌৱনত
জোৱাৰ উথলে হৃদয় সাগৰত
ভালপোৱা দিয়া ভালপোৱা দিয়া
কাণে কাণে কয় শুনা ॥

ওঁঠে ওঁঠে কিনো মাধুৰী অমিয়া
বুকু ভৰি কিয়ে মৰম যুগমীয়া
দিয়া ঢালি দিয়া সপোন মদিৰা
নাই কোনো বাধা কোনো মানা ॥

—+—

মাধৱ মাধৱ দুঃখ তাপহাৰী
দুঃস্বপ্ন নাশন হে চক্ৰধাৰী ॥

অন্ধ আমি এই আন্ধাৰ ৰাতি
পদে পদে বিপদে আছে ফান্দ পাতি
জানো জানো তুমিয়ে নিবা পাৰ কৰি
এই ভৱনীৰ তুমি প্ৰভু তুমিহে কাণ্ডাৰী ॥

ফণা তুলি কাল নাগে কৰে মহাদৰ্প
তুমি প্ৰভু শীৰে চৰি চূৰ কৰা দৰ্প
জানো জানো তুমিয়েই সুদৰ্শনধাৰী
কাল কালিন্দীৰ ভয় সংহাৰকাৰী ॥

## মইনাজান

সংগীত—খগেন মহন্ত

কথা – কেশব মহন্ত

পৰিচালনা—দেৱকুমাৰ

শিল্পী—খগেন মহন্ত, অৰ্চনা মহন্ত, দীপেন মহন্ত, নিকুঞ্জলতা মহন্ত,

কোমল কৈ বাহুৰে অ' লেকেচী লেহুকী ঐ
পাহাৰকৈ পাৰতে পাখি
ধান লাগি বাজিছে অ' মন ছিঙা সুৰৰি ঐ
আমাকো নথবা ৰাখি।

কেলেই লাগিছে কাম চৰাইৰ বণ্ডা কোঁট
গোলঘৰ এটেমা কাম চৰাইৰ বণ্ডা কোঁট
কেলেই লাগিছে কোটে বোলাই লবি ওঠ
চাম হেপাহ পলাই তোক
অ' মইজান মইনা তোক
গুচিব মোৰ পেটৰে ভোক

খিটো হ্যাহ মাৰি কাম চৰাইৰ বণ্ডা কোঁট,
চালি নাচাও বুলি কাম চৰাইৰ বণ্ডা কোঁট
খিটো সেল বৌৱা ওঠ

যেনেক কৈ মাৰিলে গুম গুমাই আহিলে
মেঘে যেনেকনি মাৰিলে গুম গুমাই আহিলে
চিমিং কৈ মাৰিলে বুকু বসে বৰ্মাতে
বৰ বৰাই পুৰিলে
অ' মোৰ সোণসোণাই অ'
[illegible] থাকি নেদেখ মোক ॥

চেৰেক কৈ ফাটিলে
  গুম গুমাই আহিলে
তাতৰ চেলেং খনি
  গুম গুমাই আহিলে
মাটিত পৰি ৰলে আকু ৰমে ৰমালে
ৰম ৰমাই ॥

বুটলিলো নলনি মাটিত পৰা মাঁকোডো
সূতাতে নাভাঙিলি আউল
চেচা দিলো ৰাখিলি বুকুৰ বেথা দোখৰ
আমাকে ঐ কৰিলি বাউল ॥

নবও বুলি নবলো আশী সূতাৰ গামোচা
নিদিও বুলি নিদিলো ফুল
তোমালৈলো যিমানটো ভবনি ঐ চিন্তনি
আমাৰে ঐ নিমিলিল কুল ।

ফুলে কি ৰাখিব যৌবন কস্তেকীয়া
ফুল কি ঢাকিব মন
বুকুৰে জুই যি কুৰা আপুনি ঐ জ্বলিব
জাত কুলৰ অজাতি মন ॥

উকিয়াই পৰি দৈ কেনে মেলে পাড়ী ঐ [illegible]
উঁহ কৰি পৰি বুকু
চাও চাও বুলি চাবলৈ নেপাও মাই ঐ [illegible]
[illegible] জুৰে [illegible] চকু ॥

[illegible]

পাটেকাই নহ'লা হিমালয় নহ'লা
বগাই চালো হেজেন ঠিং য়ে
ম'হৰ শিঙৰ পেঁপা
কিনো মাজ কঙ্কাল বেকা
লেখোতেই আগলৈ জোঙা ।
চিকচৌ বাটতে থাকিবলে' ল'লা
কাণত নপৰেহি বিং য়ে
ম'হৰ শিঙৰ......
বিঙে কি কৰিবি উঁৰিয়েই মৰিব
তুইবে ফিৰিঙতি যেন এ
ম'হৰ শিঙৰ
[illegible] গুছি দোলেৰে বান্ধিলা কলিজা
[illegible] গণিছো কেণ এ
ম'হৰ শিঙৰ ।
উঁলায়'লা নেপাবি ঐ মোক
[illegible] বাতি তোলে বায়
[illegible] নিব পাবো মই তোক
উজনী ভাটী কৰিছেচোন
ইচাত বিচাত কৰিছেচোন
সাতখন আঠখন লাগিছেছো গা ॥
কেবাহীকৈ নেতাবি ঐ আই
মন নাবৰ তকাল খড়ী
চোঁৱালেই তুই লাগি যায়
উজনী ভাটী

শিল্পীঃ— খগেন মহন্ত

খাঁহৰ মূচা বগৰীৰ গুড়া
এটা যে আছিল বুঢ়া
সক ল'ৰাবোৰে মাতে জোৰে জোৰে
কলৈ যোৱা ডলৌ খুৰা।

ডলৌ খুৰাৰ হলৌ চোলা
জলৌ জপৌ কৈ যায়
ৰাতিপুৱাই ভাত ৰান্ধি লৈ
দুয়ো বেলা একলে খায়
ভতিজাইতে এদিন সোমাই খণ্ডতে
যিমান ভাত আছিলে পেলালে খায়।

ৰাতি সোমাই দেখে ৰাখুই সোপাকে পেলালে খায়
ঈশ্বৰে বোলে অকলে খালে হৰই এনে বিলাই
বুজি পাই খুৰাই আকৌ চাউল সিজাই
ভতিজাইতক বিলেই খুৱাই।

—✤—

শিল্পী — অৰ্চনা মহন্ত

তুমি যেনো করুণা সাগৰ
তুমিতো কাৰো নথকা অপৰ।

কেলেই তেনে ৰাতি আমাৰ নাবায় দুপুৱাই
কেলেই তেনে আইৰ মুখৰ হাঁহি শুকাই যায়
কোৱাচোন প্ৰভু কৰিছো কাতৰ।

ঘুচ. দিলো চাকি দিলো সন্ধ্যা শৰাই
[illegible] তোমাৰ [illegible] [illegible] [illegible] [illegible]
[illegible] [illegible] [illegible] [illegible]।

শিল্পী — খগেন, অৰ্চনা

জোনটি ওলালে তৰাটি ওলাব
জোনক জানো সুখি চায়
বুকুৱে উঁকিয়াই বুকুৰে উমান পায়
সুখিলেই বুকু ভাগি যায় ॥

মইনা চুপহি যদি মইনা মেলিব পাহি
মইনা গোন্ধে মলেমলাই যায়,
ফুলে কি নুফুলে মৰমৰে কলি
হালে কি নাহালে বতাহ পায়
জোনক জানো সুখি চায় ॥

জান ঐ বতাহ জানো জান ঐ বৰদৈচিলা
জান ঐ পাহি চিঠি লৈ যায়,
ঢৌ ঢৌ উছুপে আজৰী কলিটি
কোনে আহি দিব হাত কুলায়
জোনাক জানো সুখি চায় ।

—+—

শিল্পী — ঝিকালী চৌধুৰী

এই বৰষাতে মোৰ মগোনতে
তুমি কোন সুমধুৰ সুৰ
কণহী মেঘৰে বিৰহি জোনাতে
বুকুৰে বাতৰি আলফুলে দিবি যাব
দুখ হ'ল মোৰ সোণালী দিন ॥

মোৰ এই দুখ যে তোলে যে কৰুণ
জানোচা তুমি নাই [illegible] নাৰ্কাঁহো
দুখ হ'ল মোৰ সোণালী দিন ॥

# উপপথ

পৰিচালনা — হেমন্ত দত্ত
শিল্পী - সমৰ হাজৰিকা

সুৰ — জয়ন্ত হাজৰিকাৰ সুৰৰ
আধাৰত মনিষা হাজৰিকা
কথা :— হেমন্ত দত্ত

শুন হেৰ' ৰূপহী বিজুলী
তই জানো নাশিব পাৰিবি
ঘন ঘোৰ শাখিনী আঁউসী ॥

কণ কণ অকণি জোনাকী জাকে
জ্যোতি কণাৰে সভা পাতে
তই জানো নীৰৱে থাকিবি
ভয় খাই আঁতৰি পলাবি
চাই মাথো কাজলী আউসী ॥

এন্ধাৰ ধৰাত জোনাকী হৈ
থকো যদিও অকলে ৰৈ
কোনো খেদ নাই তাৰ বাবে
সাহেৰে অকলে নাশিমে
আঁউসীকে মই ॥

বোলোতে বাট পোহৰ নেপাই
পৰো যদি উজুটি খাই
পাৰ যদি তই লগ হবি
দুয়োৰে লগেৰে নাশিমে
আঁউসীকে গৈ
শুন হেৰ লগৰী বিজুলী
তই জানো লগতে নাহিবি
নাশিবলৈ শাখিনী আঁউসী

[illegible]

শিল্পী — মনিষা হাজৰিকা　　　　কথা — হেমন্ত দত্ত

জ্বলালো নিতে মই
আশা ভৰা সাজৰ চাকিযে
পোহৰ বিচাৰি হায়
তথাপি পোহৰ নাই ।

বিচাৰি করুণা মাথো পালো যে
দুখৰ উপৰি দুখ
নিশাৰ মাজেৰে জীৱন কটালো
নেদেখো পূৱাৰ মুখ
ডাৱৰে ৰাখিলে সূৰুয ঢাকি
দিনৰ পোহৰ নাই
ভাগৰি পৰিছে নিঠৰুৱা মন
কতেনো পোহৰ পায়
পোহৰ ক'তো নাই ॥

মায়াৰে পৃথিৱী তুমিয়ে গ্ৰজিলা
মোহে আবৰে তাক
এৰো দুবুদ্ধি মনে খেদিছে
সোণৰে হৰিণা জাক
দূৰতে শুনিলো আশাৰে বাঁহী
কেতিয়া কাষৰ পাম
সময়ে নাচিছে ওচৰ চাপি
করুণা কেতিয়া পাম ।
আৰু যে সময় নাই ।
পোহৰ ক'তো নাই ॥

—x—

শিল্পী— সমৰ হাজৰিকা
মনিষা হাজৰিকা

কথা—নিৰ্মল প্ৰভা বৰদলৈ

নদী তোৰে বুকুতে
কত সোঁত আছে গুপুতে—নিচিনো নাজানো,

আছে ডকা চাকেনৈয়া
আছে সোঁত পকনীয়া ।
তথাপি তোৰে সোঁতে
বাই যাওঁ জীৱন নাৱকে
বঠা বাওঁ জোৰকে বাওঁ ॥

নদীৰ বুকুত যদি সোঁত
নদী থাকক দূৰত
সময়ো যে নদীৰ দৰে
পলাবা কত ভয়ত
জীৱনৰে সেউজী ৰং
আছে মাটিৰ বুকুত
খলা বমা আছে তাতো
পিছলে খোজ খোজত

সময় আমাৰ জীৱনৰ
আজিৰ আগত দিনৰ - অচিনা অজানা
আছে দুখৰে প্ৰহৰ
আছে কত যে সমৰ
কাইটকে জীৱন কুলায়ে
সাহেৰে মৰণ জিনিয়ে
যুঁজি যাওঁ, যুঁজি যাওঁ ॥

শিল্পী—কল্পনা সেনগুপ্তা,
দমৰ হাজৰিকা

কথা—নিৰ্মল প্ৰভা বৰদলৈ

ফাকুৰে দিন আহা আহা
ৰঙৰে দিন আহা আহা
ফাকু খেলো আহা আহা দুহাততে লৈ ।

ৰঙ ৰঙ কত ৰঙ
আকাশে ৰভাহে ৰঙ
ৰঙেৰে ভৰিছে মন ৰঙৰঙী হৈ ।

বৃন্দাবনতে গোপীয়ে গোসাঁইকে
দিছিল ফাকুকে আজিৰে দিনতে
এনেকৈ এনেকৈ ৰঙতে আকুল হৈ
ৰঙতে আকুল হৈ আবীৰকে লৈ ।

ফাকু পৰি তিৰি বিৰি কৰে শ্যাম কানু
বসন্ত ৰাগেৰে বাজে কানুৰ মোহন বেণু
বিকশিত বনে বনে উৰে পুষ্প ৰেণু
গোপী সবে কৰে নৃত্য নেপুৰ ৰুণু ঝুণ্ ।

ৰাধা হব কোন যি পূৰ্ণিমাৰে জোন
দেহতে নাচোনে মনতে নাচোনে
ৰুণ্ ঝুণ্ ৰুণ্ ঝুণ্ ৰুণ্ ঝুণ্কৈ ।

ফাগুনৰ বন দোলে
দোলোলে মন দোলে দোলে
আমি হোলি গাওঁ ।

—+—

কথা—সুৰ—ভূপেন হাজৰিকা

## অকণ

পৰিচালনা - গৌৰী বৰ্মণ

ৰং ৰং নানা ৰং কিনিবলৈ যাওঁ
ৰংপুৰ অভিমুখে আমি আগুৱাওঁ
যতে যি ৰং পাওঁ কোচত ভৰাওঁ
সেই ৰং পৃথিবীলৈ আমি চটিয়াওঁ ॥

শাৰী শাৰী পাহাৰৰ সেউজ ৰং চোৱা
গঙা-চিলনীৰ পাখি কেনে মোহনীয়া
সৰিয়হ ফুলনি ডবা মিঠা হালধীয়া
আমাৰ এই যাত্ৰা চোৱা নানা ৰহনীয়া
আমি ৰঙৰ পৃথিবীখনি হাততে পাওঁ
সেই ৰং পৃথিবীলৈ পুনু চটিয়াওঁ
ৰং ৰং নানা ৰং কিনিবলৈ যাওঁ ॥

সন্ধ্যাৰ চৰাইজাক চোৱা মুকলি যে হ'ল
বিশাল আকাশলৈ চোৱা পাখি মেলি গ'ল ।
সেইদৰে সক সক শিল আমি ভাঙি থৈ
মুকলি ৰস্তাহলৈ যাওঁ ৰহল মনবোৰ লৈ
পৃথিবীৰ পৰা আমি ৰঙকে গোটাওঁ
সেই ৰং পৃথিবীলৈ পুনু চটিয়াওঁ
ৰঙেৰে ৰঙৰ গীত হাঁহি হাঁহি গাওঁ
সেই গীত পৃথিবীলৈ পুনু চটিয়াওঁ ।

—×—

আমি ভাইটি ভণ্টি
নাই দেখোন গণ্টি
ইমান সোপা আমি আছো
কিমান যে ফূৰ্ত্তি ॥

অ' ডিব্রুৰে ভণ্টি
আৰু সদিয়াৰে ভাইটি
কোকৰাঝাৰৰ ৰাভাৰ সতে
লোহিত মুখৰ কণ্‌টি
ইমান সোপা আমি আছো
কিমান যে ফূৰ্ত্তি
কিমান যে ফূৰ্ত্তি ॥

ৰ'ছুৱাৰে ওপৰেদি
উৰে হাঁহৰ জাকটি
হাঁহ ওখনে আকাশ ওখ
উৰি চোৱাচোন ভণ্টি।
ভূগোলৰে মেপ এখনক
ফালি পেলাওঁ যদি
খণ্ডতে ওফন্দে দেখোন
দেৱযানী বাইটি,

ডাঙৰে ঘৰ ভাঙে যদি
আমি কৰিম কাম এটি
একেলগে চৰেই খেলিম
সজাই দেশৰ ঘৰটি ॥

বহু ৰঙৰ বহু আকাৰৰ
বহু বেলুন ফুটুৰাই
একেলগে ৰচি বান্ধি
দিম মেঘলৈ উৰুৱাই

তাকে দেখি দূৰ দেশৰ মানুহে চিঞৰিব
অসমীৰে ৰামধেনুকে কোনে নকৈ গঢ়িব
মিঠা পানী পিঠাৰ দৰে ওপৰলৈ গৈ থকা
ৰঙীন বেলুন কেইটি
আমাৰ দেশৰ ভাই ভনীটিৰ
মনৰহে কথাটি
অ' ধুবুৰীৰে ভনিটি

আৰু তেজপুৰৰে ভাইটি
শিৱসাগৰৰ গোঁহাইৰ সতে
লোহিতমুখৰ খামটি
ইমান সোপা আমি আছো
কিমান যে ফূৰ্তি ॥



কাজিৰঙা, কাজিৰঙা
কাজিৰঙা ভয়াবহ নহয়
নহয় অভয়াৰণ্য
ইয়াতকৈও ভয়াবহ জানা
পৃথিৱীৰ জন অৰণ্য।
কাজিৰঙা, কাজিৰঙা ॥



অৰণ্যই যুগে যুগে জন্ম দিলে
সাধনাব্ৰতী ঋষি মুণি
কত শত জ্ঞানৰে আদৰ্শ দিলে
দিলে কত মনীষী
সেয়ে ভাৰত আজি হ'ল ধন্য
কাজিৰঙা, কাজিৰঙা ।।

কাজিৰঙা মোৰ সেউজ সপোন
আপোন কঁহৰা বাগৰি
সীমাত লুইত আৰু ডিফলু আপোন
আপোন মৰমী কুঠৰী
মোৰ কাজিৰঙা খনি অনন্য ।।

কাজিৰঙা চিৰ সেউজ পৰিবেশ
হস্তী ব্যাঘ্ৰৰ বাস,
এক খৰ্গৰ গড় পৃথিবীয়ে চায়
পখীৰ সুৰদীয়া প্ৰকাশ
মোৰ কাজিৰঙা নহয় যে বন্য ।।

কাজিৰঙাত মিলিজুলি খেলে
গড় আৰু হৰিণীৰ জাক
পিচে জনৰ অৰণ্যত হিংস্ৰ জনে
কাহানি শিকিবনো তাক
সভ্য মানুহ হেনো মান্য ।
কাজিৰঙা কাজিৰঙা ।
কাজিৰঙা কাজিৰঙা ।।

# মন আৰু মৰম

পৰিচালনা— দ্বীবন বৰুৱা

শিল্পী— দ্বীপেন বৰুৱা

কথা —ব্ৰজেন বৰুৱা
সংগীত — দ্বীবন বৰুৱা

সোণালী মেঘৰ ৰথে
দিন মোৰ লৈ যায়
নামি আহে এই সন্ধিয়া।

হেৰোৱা দিনৰ মোৰ
অপূৰণ যত কামনা
তাৰে লৈ ক্ষীণ ক'লা ছাঁয়া।।

কত যে কাতৰ পৰশত
কঁপি উঠে স্মৃতিৰ দুৱাৰ,
কত কথা মোৰ উঠে জাগি
কত মোৰ এনে সন্ধিয়াৰ
সপোনৰ ৰং আনি দিয়া।

ভৰা ভৰা আকাশৰ নীলিম কোণত
সিদিনা আছিল সেই কন্দীয়া ডাৱৰ
তোমাৰ চকুৰ শেঁতা শেৱালী পাহিত
ফুলিছিল নিশাৰ নিয়ৰ
ৰূপালী ৰেখাৰ সেই ক্ষীণ দ্বিতীয়া।।

—o—

শিল্পী—দ্বীপেন বৰুৱা

আকাশৰ পাৰ ভাঙি
আহে জোনাকৰ ঢল
ৰূপালী পৰশ লাগি তাৰ
জ্বলি উঠে নিশাৰ কাজল।

নদীৰ বুকুত য'তে
বকুল বনৰ ছাঁয়া পৰে
পাতে বাট আগুচি ধৰে
পলৰীয়া এচাটি জোনাকে তাতো
উজ্বলায় বকুলৰ তল।

ঝিৰ ঝিৰ্ ঝিৰ্ ঝিৰ বতাহে
ভৰায় পিয়লা ৰাগীৰ
কঁপি উঠে নিশাৰ আঁচল,
ফুলে কথা কয় আজি মদিৰ ভাষাত
উজাগৰে থকা কোন অচিন পখীৰ
ভঁাহি আহে সকৰুণ মাত
জোনাকে তাৰ কি দিয়ে ছল॥

—০—

শিল্পী—দ্বীপেন বৰুৱা কথা—প্ৰচলিত

দুদিনৰ কাৰণে মিছাতে সজালো
সোণৰে দেহাটি ভাই,
হেৰালে মাণিক পৰিব পানীত
কান্দিলে চাবলৈ নাই॥

এ হৰি এ
ধন ধন কৰি মই ধন সাঞ্চিলো
বহুদিন খামে লম বুলি,
ধন বৈল পৰি দেহা গৈল চলি
যেন কচুপাতৰ পানী
মোৰ গুৰু ঐ ধন লগতে নাযায় ॥

এ হৰি এ
ধন ধন কৰি মই ধন সাঞ্চিলো
পকাইলো মূৰৰে চুলি,
জীয়াই থাকোঁতে টানি বাহিৰ কৰে
ঘৰ চুৱা যাব বুলি
মোৰ গুৰু ঐ ঘৰ লগতে নাযায় ॥

এ হৰি এ
বাৰীৰে পাছৰে জাতি বাঁহ এজুপি
সিয়ো মোৰ সোদৰৰ ভাই
জীয়াই থাকোঁ মানে কৰোঁ কাঠি কামি
মৰিলে লগতে যায়
মোৰ গুৰু ঐ মৰিলে লগতে যায় ॥

এ হৰি এ
মায়ে কান্দোন কান্দে হা পুতাই হা পুতাই বুলি
ভনী কান্দোন কান্দে ভাই
পাটিৰে ভাৰ্য্যাই কান্দোন কান্দিছে
হেৰাল মোৰ প্ৰাণ গোসাঁই
মোৰ গুৰু ঐ, হেৰাল মোৰ প্ৰাণ গোসাঁই ॥

এ হৰি এ
তলে ঢাৰি দিয়া বুকে বাঁহ দিয়া
আপোন পৰিয়ালে বান্ধে
অগনিৰ বুকুতে দেহাটি জাপি দি
তাতে অকলশৰে কান্দে
মোৰ গুৰু ঐ কোনো লগতে নাযায় ॥

—০—

মচি থৈ যদি আজিৰ ৰঙীণ হাঁহি
কান্দি ৰয় মোৰ আশাৰ মৰহা পাহি
সিদিনা কঁপি উঠিব এবাৰ মোৰ
স্মৃতি বীণাৰ তাঁৰ।

সেই সন্ধিয়াৰ আন্ধাৰৰ আঁৰে আঁৰে
আকুল হৃদয়ে মোৰ বিচাৰিব বাৰে বাৰে
নোপোৱা দিনৰ সপোন তাৰ
স্মৃতি বীণাৰ তাঁৰ

দিনান্তৰ সেই শেষ আলোকত
সপোনৰ দৰে আহি
মোৰ আজিৰ ইদিন চকুৰ আগত
আকৌ উঠিব ভাঁহি।

আশাৰ দীপালী জ্বালি দিয়া মোৰ দিন
চিৰ জীৱনৰ হ'ব এন্ধাৰৰ চিন
বৈ যাব মোৰ চকুৰ কোণত
বিফল অশ্রুধাৰ।

—০—

## মানসী

পৰিচালনা—প্ৰবীৰ মিত্ৰ সংগীত—ৰমেন বৰুৱা

শিল্পী—দ্বীপেন বৰুৱা, নমিতা ভট্টাচাৰ্য্য কথা—কেশৱ মহন্ত

ৰাধাই বোলে দেখা দেখা
মোৰ মান সৌভাগিনী
মোৰ মান ৰূপৱতী নাই
সকলো সুন্দৰী নাৰী
কান্দে চৰণতে পৰি
কিনো কানু উভতি নাচায় মোক পাই
অ' গোসাই ৰাধাই বোলে ..........

শুনি প্ৰভু অন্তৰ্যামী
মনে মনে চায় গুণি
কিনো ৰূপত গৰবিনী তাই
হায় অ' অভাগিনী
দেখিলা মোহন বাঁহী
দেখিলা ইষৎ হাঁহি
নেদেখিলা তাত যে মই নাই মই নাই ।।
অ' গোসাঁই

মনে গুণি অন্তৰ্ধান
হ'ল যে গোপীনী প্ৰাণ
কান্দে ৰাধাই হিয়া ভুকুৱাই
দায় মোৰ কৰা ক্ষমা
দেখা দিয়া প্ৰেমময়
বৰণৰ মালা মই
তোমালৈকে থৈছো সজাই গোসাঁই ।।

চিনাকি তুমি নে মোৰ
তুমি মোৰ জীৱন জুৰি
আছা নেকি গোপন এটি হুমুনিয়া হৈ ॥

মনে মোক বাৰে বাৰে
বান্ধে কিয় তোমাৰে
তথাপি কিয় যে খোজ থমকি ৰয় ॥

নাজানো ইযে কিহৰ
মেঘে ঢকা বেলিৰ পোহৰ
করুণ আনন্দ সনা তই পায়ো নোপোৱাৰ।

আহিবা আহিবা জানো
চৰণৰ ধ্বনি শুনো
তথাপি চাপিলে কাষ জাগে যে ভয় ॥

—o—

গুনা গুনা এই গান গুনা
ফুলে ফুলে মৌ
গুন গুনায় গুনা গুন গুনায় ॥

বা লাগি হালে জালে
ছাঁ পৰি চমকিলে
গছে পাতে ডালে ডালে
নাচে মন তালে তালে
উলাহতে আকোৱালে
উলহ মালহ লাগি যায়
বনে বনে ঢৌ
খোজ বুলায় ঢোৱা খোজ বুলায় ॥

মনৰ গজিলে পাখি
কোনেনো ধৰিব ৰাখি
জিৰাব নাজানে সি যে
স্বপ্ন ৰচে নিজে নিজে
আপোনাৰ সপোনতে
আপোন পাহৰি যায়
মনে মনে মৌ
কাক বিলায় বাৰু কাক বিলায় ॥

—o—

সোণালী অ' সোণালী জোন
গছে পাতে ফুলে বনে অ' জোনালী
অ' জোনালী সোণ ॥

এয়া জ্বলে জিলিমিলি মন
জানো জোনাকৰ ঢৌ
নেকি যৌৱনৰ মৌ
এই যে হাঁহি জোৱাৰ তুলি
কৰিলে প্ৰাণ বাউলি
কোনে কলে কাণে কাণে তুমি মোৰ
অ' তুমি মোৰ কোন ॥

পুৱা পাহি মেলি ফুলা ফুল
পৰে গধূলি জঁই সৰে মৰহি গৈ
নসৰেঁাতেই বিলাই দিয়া
যৌৱন ভৰা ভাল পোৱা
ৰূপে ৰসে পৰশেৰে মন উতলা
মন উতলাচোন ॥

মন আজি উৰি গুচি যায়
যেন মন মোৰ বনৰ চৰাই
বননিৰ সোণালী মায়াই
সপোনত সুৰগা চৰায় ।।

মই যে শুনো দূৰৰ বাঁহী
সুৰে সুৰে আহে ভাহি
খৌকি বাখৌ উতলা ঢৌ
মোৰ কি হৃদয় জুৰায় ।।

কোন বা তুমি অচিনাকি
বন্ধ ঘৰত দিলা চাকি
মই যে মুক্ত আকাশেই মোৰ
জীৱন পোহবায় ।।

আদিতে অকলে শেষতো অকলে
মাজৰ খিনি যে মিছা
অকলে অকলে যা
নাই অ' তোৰ লগ জগতত
অকলে অকলে যা ।।

মায়াৰ জাল তই কিয় পেলাৱ
নিজে খাৱ পাক
পৰ বোলনো কাক অ' তই
আপোন বোলনো কাক
এই জগতত লগত পাবি
তোৰেই নিজৰ ছাঁ ।

জনম মৰণ ছুটা গাঁঠি
সময়ত স্থলকি যায়
ডাক পৰিলে মাত হেৰাব
লগ পাবলৈ নাই
তাকে বুজি তই নিজকে এবাৰ
দকৈ বিচাৰি চা ॥

—o—

পদে পদে তোৰ অগ্নি পৰীক্ষা
জয় নতু পৰাজয়
খলা বমা এই জীৱন সৰণি
অনেক অচিন ভয়
পদে পদে তোৰ .... ... ॥

আকাশ মুকলি দেখি ভাবিলি
বতৰা দাঙিলে তোৰ
নেদেখিলি তই চোপ লৈ আছে
কলিয়া ডাৱৰ ঘোৰ
ভাবি গুণি তই খোজ দিবি হেৰ'
খোজে খোজে সংশয় ॥

সীতাৰ চকুলৈ চাই তই উভতি
ৰামৰ মুখলৈ চা
জীৱন জুইৰে পুৰি নিকা হৈ
আগবাঢ়ি তই যা
মাজে মাজে তোৰ বিপদ যদিও
শেষত সঁচাৰে জয় ॥

—o—

চোঁৱাহি চোৱাহি শিলে কথা কয়
জুৰিয়ে জগালে হিয়া শিলাময়
মৰমৰ ঢলে যি কথা ক'লে
তাৰে সুৰ বাজে শুনা
স্নেহৰ আঘাতে প্ৰাণ কৰে জয় ।।

ৰিব ৰিব নিজৰা কেনি আছিলি
গুপুতে ইমান কি বেথা সাঁচিলি
কি বেদনাৰ কোৱাল সোতে
শিলে শিলে কথা পাতে
সি যে মোৰো বুকু জুৰি বয় ।।

ঝিলমিল আবেলি বেলিৰ চুমা
মায়ানে সপোন তাৰ নাই· উপমা
কি হেৰুৱাওঁ কি জানো পাওঁ
কোনে ক'ব পাৰে আজি
উন্মনা মোৰ মন কিয় হয় ।।

—০—

ক্ষণে জগে হাঁয় ক্ষণে ভাগে কিনো মোহন ছবি
পুৱ আকাশৰ সূৰ্য্য তাই অস্তাচলৰ ৰবি ।।

তোৰে ছবি চাই থাকো মই তই যে হেৰাই যাৱ
মেৰে চকুত লুকাইনে তই মোৰ চকুলো চাৱ
মোৰ চকুৰ পনীতে তই মোৰে হাঁহি হবি ।।

নদী যদি নদী হয় সি সাগৰলৈ বয়
তথাপিও নদীৰ বুকুত জাগে যদি ভয়
এই অকাৰণে শঙ্কা কোনে দূৰ কৰি থবি ।।
—০—

## ৰজনীগন্ধা

পৰিচালনা—প্ৰফুল্ল বৰুৱা
শিল্পী—দ্বীপেন, মীতালী

সংগীত—কুমাৰ বৰুন
কথা—নগেন বৰা

ৰং ৰং ৰং ভৰা মন ফাগুনৰ
জিৰি জিৰি জিৰি জিৰি জুৰ বতাহৰ
সুৰে সুৰে ভৰি পৰে

এই ক্ষণ সোণালী এই মন জোনালী
হাঁহি হাঁহি নাচি নাচি, উলাহেৰে লৰি লৰি আহানা

এই মন এই ক্ষণ মোহনীয়া
এই ৰূপ যৌৱন হৃদিনীয়া
হিয়া দিয়া হিয়া নিয়া জ্বলে কামনাৰে
জুই জুই জুই জ্বলে জুই কলিজাত
মউ সুধা পান কৰা প্ৰাণ পিয়লাত
উন্মন যৌৱন ক্ষণ যায় উকলি
মন দ্বাৰ মুকলি হালি জালি হিয়া ঢালি
প্ৰীতি সুধা সনি সানি দিয়ানা।

জোন জ্বলে তৰা জ্বলে আকাশতে
প্ৰেম জ্বলে আশা জ্বলে হৃদয়তে
ফুলে ফুলে অলফুলে কিনো বিচাৰিছে
জাক জাক জাক জাক জাক পখিলাই
উৰি উৰি ঘুৰি ঘুৰি ফুল চুমি যায়
সুৰে সুৰে ভৰি পৰে
এই ক্ষণ সোণালী এই মন ৰঙালী
কিনো জ্বলে উমি উমি
হিয়া মোৰ জুমি জুমি চোৱানা?

শিল্পী—দ্বীপেন বৰুৱা কথা—নগেন বৰা

মোৰ জীৱন কিয়
এচমকা ক'লা ডাৱৰ হ'ল
মন ময়ূৰীও মনে মনে আজি
থমকি থককি ৰ'ল ॥

সৰা মদাৰৰ বেদনা বুটলি
জীয়া জুই একুৰা বুকুত সাৱটি
জীৱন ডিঙা মেলি দিলো
পোৱাখিনি হেৰুৱালো
আশাও মৰহি গ'ল ॥

মন নিবিনাবি গুণগুনে কোনেও
উভতি নাচায় হেৰুৱা দিনেও
জীৱনৰ ৰংবোৰ
যত মৃদু মধু সুৰ
এটুপি চকুলো হ'ল ।

—o—

শিল্পী—দ্বীপেন বৰুৱা, মিতালী চোধুৰী কথা—মুকুল হ'ক

জিৰ জিৰ মলয়ৰে ৰিব্ ৰিব্ পৰশনে
কিনো কয় কোনে জানে
কথা কয় কাণে কাণে
পলে পলে উৰি যায় আন্‌মনা মনমোৰ
পলাশৰ বনে বনে
ফাগুনৰ গানে গানে ।

অ' গুণ গুণ ভ্রমৰৰ গুঞ্জৰণে
চঞ্চলা ফাগুনীৰ সপোন আনে
স্বৰ্ণালী পথে পথে পখিলীয়ে উলাহতে
কতনা ৰহণ সানে, ফাগুনৰ গানে গানে ॥

সোঁ-নীলিমাৰ পাৰে পাৰে
পখীৰ গীতালি সুৰে আকাশৰ বুকু ভৰে,
প্ৰীতি কবিতাৰ ছন্দ জাগে
হৃদয়ত মনে মনে ফাগুনৰ গানে গানে

—০—

শিল্পী— সুমন কল্যাপুৰ

সেই দিনা তৰালী চিন্তাহৰণ
জ্বলিছিল আখি দুটি কাৰ মৰমৰ
কিয় বাক কপিছিল চালেবলে অনুপলে
হেমাৰ প্ৰণয়ভৰা প্ৰাণ
কোৰাচোন এৰি অভিমান।

বেদনাকে দিয়া যদি চিৰদিনলৈ
ভালপোৱা বোৰ যদি ফুলৰে হৈ
হিয়া ঢালি মই গাই যাম গান
মন মোৰ হ'ক আবাহনে
কৰিবানে তাকো অপমান
জ্বলিছিল আখি দুটি·········।

ফুলিছিলা ফুল হৈ আশাই আশাই
ভুল যদি হৈ ফুল দিয়া উটুৱাই
মাথো সেই পাহ ৰাতি অনুৰূপ
দিবাজানো শেষ সমিধান
কৰিবানে তাকো অপমান
শুনিবানে এৰি অভিমান ॥

—০—

শিল্পী—চন্দ্ৰানী মুখাৰ্জী কথা—প্ৰদীপ শৰ্মা

নি সা গা মা পা নি র্সা
র্সা নি পা মা গা সা নি র্সা

ৰাধাৰ নুপুৰৰ ৰুনজুন বাজে
বেণুৰ সুৰে যমুনাৰ পাৰে পাৰে
যমুনাৰ পাৰে পাৰে পুষ্পিত ফুল কলি
চঞ্চলা শতাৱলী
ধীৰে ধীৰে সমীৰ ঢালিছে
গগনে হাঁহিছে যমুনাৰ পাৰে ।।

ঝংকৃত মনোবন স্পন্দিত তৰু লতা
নন্দিত ধৰণীৰ ৰঞ্জিত বননীৰ
বন্দনাত আজি মোৰ অঞ্জলী
যমুনাৰ পাৰে পাৰে ।।

—0—

অ'....
এ বাই যাও বাই যাও
ঢোগে ঢোগে মৰি যাও বঠা হা
হে লুইত হে আহাৰেদি
হে লুইতেৰে যায় সপোন বিলাই
জীৱন ঢুলাই যায় সপোন বিলাই যায়।

অ' চেনাই আমাৰ গাৱেখনি সবাতকৈ শুৱনি
চালে যে চকুৰোৱা চেনাই দেৱতায়ো বৈ যোৱা
যায় যায় যায় যায় ভিঙা হা
ঢোগে ঢোগে মাৰি মাৰি যাওঁ বঠা

লুইতৰে পাৰৰে শাৰি কৈ নৈ
চাংঘৰে
লুইতৰে পাৰৰে শাৰীকৈ চাংঘৰ
যুগমীয়া হৈ আছে
মাটিয়ে জীৱনে সাৱটা সাৱটি
ৰঙতে মনবোৰ নাচে

অ' আমাৰ চেনেহৰ পথাৰত সোণ ফুলে হেপাহৰ
ভৰাল উপচি পৰা আমাৰ চোতাল হাঁহিৰে ভৰা
বিহুটি আহিব ধাকে ধাকে, ধাকে ধাকে ধিন ধিনা
গঞাইনো হাঁহিব ধিন তাও ধিন তাও ধিনা
বিহুটি আহিব গঞাইনো হাঁহিব
মৰম এনাজৰী কোনেনো চিঙিব।

গামোচা বৈছা মাকোটিকে লৈ
আমাৰ মনৰ কথাটিকে তোকে কমে গৈ
হাততে যে টোকা লগাই তোমালৈকে বৈ
হেপাহ পুৰাই নাচিম বুলি
বহাগীতে ঐ বহাগীতে ঐ।

অ' সখীৰে সখী
পিৰিতিৰে বান্ধিলেন চাৰিয়া নাই যাবি ৰে
ঝুমুৰেৰ সুৰে সুৰে, ডিঙা মোৰ কপাই তোলে
মাদলৰ তালে তালে
কহিব আমাৰ সবৰ দিলেৰ কথা ৰে॥

—0—

## পোণাকণ

পৰিচালনা—আব্দুল মজিদ
কল্যাণপুৰ

সংগীত—কুমাৰ ৰঞ্জন

শিল্পী—সুমন, পুলক বেনাৰ্জি

কথা—নগেন বৰা

আহাঁ, তুমি আহাঁ
আহা আহাঁচোন এই মিঠা আবেলি
বিলাওঁ হাঁহিটি।

তুমি কি নুবুজা মনৰ উচুপনি
চকুৰে ভাষাটি
আহা. তুমি আহা ॥

শুনা শুনাচোন যৌৱন অবুজন
নেমানে বুজনি
চোৱা চোৱাচোন পখিলা ভোমাৰাই
ফুৰে কি বিচাৰি
আহা, তুমি আহা ॥

তুমি সৌ নীলাকাশ
হাত মেলি নেপাওঁ ঢুকি
তুমি ফুল পাৰিজাত
মই যেন মদাৰ এপাহি
মই অসহায় মই নিৰুপায়
মোকেই কঁপাই মোৰে নীৰৱতাই ॥

শুনা শুনা চোন··· ···
মোৰ জীৱনৰ এই বেলাটি
ৰঙীন আবীৰ সনা
যেন এটি পুৱতি
তথাপিও হায় মই নিৰুপায়
কিয় নিৰুপায়
তুমি বুজা নাই ॥
তুমি কি নুবুজা

—0—

শিল্পী—সুমন কল্যাণপুৰ কথা—প্ৰদীপ শৰ্মা

আকাশৰ নীলাই পৃথিবী সাবটে
জোনাকে সাবটে সাগৰ
ফুলে ফুলে আজি সাবটা সাবটি
দিয়া পৰশ মৰমৰ ॥

উৰি উৰি ফুৰে মতলীয়া হৈ
কুসুমৰে পাহি পৰশ বাগৰি
চঞ্চল অমৃত মৰমৰ
দিয়া পৰশ অধৰৰ ॥

পৃথিবীয়ে আজি অপৰূপা সাজে
নিবিড় অমিয়া ফুলে পাতে ধৰে
মহা মিলন মিলনৰ
প্ৰীতি মধুৰ লগনত ॥

—০—

শিল্পী পুলক বেনাৰ্জী কথা—নগেন বৰা

কিনো মায়া সংসাৰতে অ' দিলা মোক ঠাই
মজিলো মজিলো নিতে এই অভাগাই
প্ৰভু, নিজকে বিলাই প্ৰভু হে ॥

অসাৰ সংসাৰ মাজে কিনো লটিঘটি
কৰ্ম দোষে যত জীৱ যায় অধোগতি
নিজৰ মাজতে নিজে গ'লো যে হেৰাই
তৰণি নেপাই প্ৰভু হে ॥

হৰি হে অগতিৰ গতি প্ৰভু তুমি বিনে নাই
এই অভাগাক লোৱা চৰণে চপাই
দিয়াহে কৰুণা সিন্ধু কৰুণা বিলাই ॥

—০—

শিল্পী—সুমন কল্যাণপুৰ কথা—প্ৰদীপ শৰ্মা

ফুল ভৰা ফুলনিৰ কিযে মিঠা হাঁহি
চিঙি চিঙি ল'ম যেন এপাহি দুপাহি
মালা গাঁঠি থ'বলৈ
উমনা মোৰে সোণ মৰমৰে
আহাঁ উমলিবলৈ ।।

বগাকৈ বগলী জাক পাতি উৰিলি
মোৰ মন চাদৰৰ আশা ফুল বাছিলি
যেন পখিলা হৈ পাখি দুখিলা লৈ
উৰি যাম দূৰলৈ ।।

যেন পাখি মেলি যাম উৰি উৰি
বনৰে বিহগী হৈ জিৰি জিৰি জিৰি
জুৰিৰে পাৰতে নাচ গীতে গাবলৈ ।।

অ' ধুনি নাযাবি নাযাবি বৈ
মোৰে জীৱনৰে অন্তৰে লগৰী
লগ এৰি লগৰী নেযাবি বাগৰি
বনৰে বুকলৈ নেযাবি বাগৰি ঐ

—০—

# বোৱাৰী

পৰিচালক—শিৱ ঠাকুৰ

কথা+সংগীত—উৎপল কাকতি

শিল্পী—মালবিকা বৰা

কীৰ্ত্তন দশমৰ শঙ্কৰ গুৰু
ৰত্নাৱলী ঘোষাৰে মাধৱ গুৰু
ভাগ্যলিপি লিখনিক কপালতে ধৰোঁ।
দুখনি চৰণত প্ৰণিপাত. কৰোঁ ।।

ঘৰকো তেজিলোঁ বাটকো তেজিলোঁ
সুখকে বিচাৰি মৰোঁ,
মই অভাগিনী জনম দুখুনী
তোমাৰে গুণেৰে তৰোঁ হে ।

গাভৰু কালতে বগা সাজ পিন্ধিলোঁ
কপালক সাৰটি ল'লোঁ
পুত্ৰ চেনেহতে জীৱন পাত কৰিলোঁ
কিমতে সংসাৰ তৰোঁ হে ।।

ঘৰ তিয়াগিলোঁ বাট হেৰুৱালোঁ
এন্ধাৰত গোপনি এৰোঁ,
অথাই জলধিতে ডিঙা মেলি দিলোঁ
দুখকে সাৰথি কৰি হে
ৰত্নাৱলী ঘোষাৰে মাধৱ গুৰু ।

শিল্পী—মহানন্দ মজিন্দাৰ বৰুৱা, মালবিকা বৰুৱা

দেহেই যৌৱনমতীৰ লাজ লাজ লাজ অ'
সাজেই সাজোনমতীৰ সাজোন কাছ
মোৰ দেহা ঐ লাজ লাজ লাজ কিনো লাজ
লাজেই মোৰ মনতনে
লাজেই মোৰ দেহাতনে
যৌৱনে কৰে বিৰাজ ।

বকুল ফুল বকুল ফুল বকুল ফুল বকুল ফুল
বকুল ফুলৰ বতৰত
নাহৰ ফুল নাহৰ ফুল নাহৰ ফুল নাহৰ ফুল
নাহৰ ফুলৰ পোহৰত
পিৰিতি পিৰিতি পিৰিতি পিৰিতি
পিৰিতিৰে সাজ ॥

ময়েই বহাগমতী সকফুল ঐ
ময়েই কাচোনমতীৰ সকফুল ঐ
যৌৱন মোৰ বুকুত নে
যৌৱন মোৰ দেহাত নে
পিন্ধিছো পাতৰে সাজ ॥

তগৰ ফুল তগৰ ফুল তগৰ ফুল তগৰ ফুল
তগৰ ফুলৰ সুগন্ধত
কেতেকী কেতেকী কেতেকী কেতেকী
কেতেকীৰে সুবাসত
ফুলামকৈ গামোচা মহে বৈ যামে
কাজী হাতৰ কাছ ॥

—০—

শিল্পী—মহানন্দ মজিন্দাৰ বৰুৱা

মন হীৰা দৈ চাইকেল নহয় টিলিঙা
মন হীৰা দৈ ডেকা নহয় পিলিঙা
বহধলা পথাৰত
আহিবা ঐ নিজানত
মন হীৰা দৈ তোমাৰনো কুমলীয়া মাত ॥

মন হীৰা দৈ গাভৰু নহয় মহঙা
মন হীৰা দৈ পিৰিতি নহয় মলঙা
মেলেঙৰে বজাৰত
ঢেকীয়ালৰ কলহত
মন হীৰা দৈ গুৰৰ বজাৰ আঁহতৰ ছাত ॥

মন হীৰা দৈ বোৱাৰী নহয় যখিনী
বেমাৰ নহয় গ্ৰহণী
ভাত নহয় অমাতৰ মাত ॥

মন হীৰা দৈ ছোৱালী নহয় ঢেপেচি
মন হীৰা দৈ এচাৰি নহয় লেকেচি
নজৰ পালে এবাৰ আঁত ॥

মন হীৰা দৈ কুলি কেতেকীৰ মিঠা মাতৰ সুৰেৰে
যি কথা মোক কৈছিলা
নৈৰে ঐ ঘাটতে
নাপায় নহয় ঠগিব
জীৱন ধ্বংস কৰিব
প্ৰলয় হ'লে পৰিব
বিনা মেঘে বজ্ৰপাত
মন হীৰা দৈ জিৰাবাহি যৌৱনৰ হাঁত

মন হীৰা দৈ মাত নহয় মুৰুলী
হাঁহি নহয় বিজুলী
দেহা নহয় বিৰিণাৰ পাত ।

মন হীৰা দৈ সাতদিনীয়া বহাগত
নাচিবা ঐ উলাহত
পিৰিতিৰে লগাবা মাত ।।

মন হীৰা দৈ জাঁজী নহয় চনমা
বিহু কৰোঁ আহাঁ
হাতত টকাটি মুখত হাঁহিটি
জীৱন কিনো মোহনীয়া মাত ।।

ক'লাকৈ ফুলিয়ে জীৱন জাঁজী নৈ চনমা
কেনেকৈ জানিলে জীৱন জাঁজী নৈ চনম।
মেলিলে আমৰে পাত ।।

—0—

শিল্পী—সমৰ হাজৰিকা

ই যে ৰণাঙ্গণৰ কাহিনী
কাণপাতি শুনা কোন ক'ত আছা
ই যে নহয় নহয় খেমালি ।।

আকাশৰ মেদিনী কঁপাই
[illegible] আহিছিল
[illegible] [illegible] [illegible]
[illegible] [illegible] [illegible] ।।

কোনে বয়স পঁচিশ নেপালি
আশাৰ সূৰ্য্য ভাৱে চাঁকিলি
মাতিছে ৰণৰে খলিত
বুকুৰ সোনাটি উভতি আছিব
ক'ত মাতৃয়ে বিয়া পাতি দিব
হিমালয়ৰ ৰণাঙ্গণত
আমাকো ডেকা ওখালি
হাঁহি হাঁহি বিদায় জনালে
শত যে শুভ্ৰ শেৰালী ॥

— o —

শিল্পী—সমৰ হাজৰিকা, মালবিকা বৰা

আমাৰে মইনা টোপনি যাব
সোণৰ পালেঙতে টোপনি যাব ।
সৈন্যৰ সাজেৰে ঘুমটি যাব
ৰণৰ বানে বটাত সুখৰ ভাত খাব ॥

অচিন দেশৰে পৰীৰ কুঁৱৰী
মইনাৰ কইনা হ'ব
অজান মুলুকত ৰজা হৈয়ে ৰ'ব.
মইনা ধন্য হব ॥

বিমান ভাৰে আঁতৰি পলাব
দূৰে সূৰ্য্য জুমুকি থাকিব
মইনা আমাৰে বীৰ ॥

৩৭৬

শিল্পী—মহানন্দ মজিন্দাৰ বৰুৱা

এজাৰ ফুলে মেলা নাই অ' ৰং
সমনীয়া, ৰঙাকৈ দলিচা গাত
বেজাৰ নকৰিবি বহাগী আহিব
পাখি ঢোলৰ চিনাকি মাত।

নাই, নাই, নাই, এজাৰ ফুলা নাই
নাই নাই নাই বিহু অহা নাই
নাই শিহু ভোটঙাই
চিবি লুইতৰে গাত।
মই ঢুলীয়া উজানৰ
তই নাচনি নামনিৰ
মৰমৰে খুমলি।।

দেহাজান দেহাজান তই নচা দেখিলো
দেহাজান দেহাজান ৰবকে নোৱাৰো
নাচিছে বিৰিণাৰ পাত।

দেহাজান দেহাজান মুকলি পথাটি
দেহাজান দেহাজান সজালৈ আহিবি
ৰাতি বিহু পাতিবি
পীৰিতি পাতিবি পাত



## ৰাজ্যা

পৰিচালনা—সমৰেন্দ্ৰ নাৰায়ণ দেব

সংগীত—ৰমেন বৰুৱা

শিল্পী—দ্বীপেন বৰুৱা, নমিতা ভট্টাচাৰ্য্য

কথা—কেশব মহন্ত

তই মোৰ ভায় অ'
তই মোৰ বাই অ'
তই হলি কণমানি ভনী
নাম থলো মোৰ সোন জনী।

যি কওঁ তাকে শুনিবি
বাজনা বজাম নাছিবি
ভাল পাওঁ কৰি ধেমালী
ইয়াতে থাকিম ওমলি
জুনুক জুনুক জুনুকাৰে
ঠুনুক ঠুনুক কোনে কৰে
কোন তাই বচকী নাচনী
ঘুৰি ঘুৰি নাচ নাচ হালি জালি
অ' অ' চালেই যে মৰম লাগি যায়।

মোৰ যে কোনো লগ নাই
মোলৈ নাই ক'তো ঠাই
লগৰীয়া উঁহতেই
থাকো তহঁতৰ লগতেই
অবুজ অবুজ কথা বোৰ
আপোন আপোন লাগে মোৰ
মোৰ হাঁহ নালাগে আৰণি।

আছিলনে ৰাক কাহানিবা
আছিলনে মোখো ম্মাই
আই বুলি মই মাতিবলৈ
কাকোয়ে পোৱা নাই।

পণ্ডৰে পাতিলো ঘৰ মোৰ ভাই
মানুহে বেৰি চায়
নাচ শেষ হ'লে সকলো মানুহ
মোক এৰি গুচি যায়
চকুৰ চিনাকি উপকৰা
বুকুৰ চিনাকি ক'ত পায়।

এনেয়ে দেখিছো ঘৰে ঘৰে হায়
মাতৃ বৰষে মৌ
এনেয়ে দেখিছো খৌকি বাখৌ
বাউলী হাঁহিবে ঢৌ
মই হলো কিয় অকলশৰীয়া
মোৰ নাই কিয় আই।



আহা ঐ আহা ঐ আহা ঐ নাচ ঐ নাচ
অ' ভাই ঢোল বজায় ঢুলীয়া বিহুৱে গুনায়
মই বজাওঁ ডমৰু উবাই ঘুৰাই।

উৰ্ব্বশীয়ে নাচিছিলে মেনকায়ো নাচিছিলে
নাচিছিলে জগৎপতি কলিয়া কানাই
তাঁহঁতেও নাচ। অ' নাচ—

তেওঁ যিযি নাচ তাঁহঁতে তেও বুলি নাচ
তেওঁ যদি নাচ তাঁহঁতে মন বুলি নাচ।

বাংগালী নাচ নাচ দাম পাবি ভাই
কি কুলক্ষণ মিলিছিলে
কলি ৰাৱণে হৰি নিলে
জগৎপতি ৰামচন্দ্ৰৰ পত্নী সীতা আই
ৰাম বাউল হ'ল অ' হ'ল
বান্দৰ ৰজা সুগ্ৰীবে আগবঢ়ালে হাত
সেই সুগ্ৰীবৰে নাতি মিত্তিৰে জাত।

আহা অ'হা প্ৰাণৰ সখা
মোৰ দিঠকত দিয়া দেখা
হৃদয়ত তোমাৰ ছবি
এয়া চোৱা আছে আঁকা ।

তোমাকে বিচাৰে প্ৰাণে মোৰ
তথাপিও দেখো তুমি দূৰ
অজাচিতে আজি তুমি আহি
মোৰ কূলত পৰিলা
জানো মোৰ কপাল [illegible]
তুমিয়েই কপালী লেখা ॥

নাযাবা নাযাবা এৰি মোক
বুকুত দিদিবা আৰু শোক
লাগে যেনে নাচি নাচি তোমাক
জনাও মোৰ ভালপোৱা
তুমি মোৰ যৌৱনৰে
[illegible] লেখা ।

এই যে আমাৰ জানোৱাৰ বাহিনী
তাৰো আছে যে পুৰণি কাহিনী
পাতে পাতে ৰামায়ণ মহাভাৰতৰ।

সীতাক যেতিয়া ৰাবণে
লংকালৈ নিলে হৰি
কোন পাৰ হ'ল সাগৰ
আলাসতে জাপ মাৰি
এয়া নহয় জানো হনুমান
লংকা কৰিলে থানবান
এই অকণমান পোৱালীটো
তাৰেই জানা বংশধৰ।

পঞ্চপাণ্ডৱ যেতিয়া
গ'লা স্বৰ্গ লৈ
কোন ওলাল তেতিয়া
বাট দেখুৱাবলৈ
এয়া নহয় জানো ধৰ্মৰাজ
পিন্ধি শ্বাপদৰ সাজ
এই বাহুবল সঙ্গী আমাৰ
তাৰেই জানা বংশধৰ
পাতে পাতে ৰামায়ণ মহাভাৰতৰ॥

—0—

# কাজিৰঙাৰ কাহিনী

পৰিচালক—সমৰেন্দ্ৰ নাৰায়ণ দেৱ

সংগীত—অনুপম চৌধুৰী

শিল্পী—মিহিৰ বৰদলৈ

কথা—তফজ্জুল আলি

মায়াবী নিশাৰে ৰূপালী চন্দ্ৰমা
তুমি দূৰণিৰে আকাশী কল্পনা,
মোৰ নীলিমাতে উজলি উজলি
দিলা আনি শাৰদী পূৰ্ণিমা ॥

সাগৰে যিদৰে জোৱাৰ তুলি
তোমাৰ পৰশ বিচাৰিলে
[illegible]ৰে আৰবা মোৰ জীৱনে
জোনালী সপোন সাৱটিলে
[illegible]না বাতুলতা মোৰ এই কামনা ॥

নৱনা হাঁহিৰে মোৰ পৃথিৱী
দিয়া উপচাই জোনাকেৰে
সুৰীয়া বাণীৰে প্ৰাণ বীণাটি
উঠক বাজি পুলকেৰে
জাগি দিয়া জীৱনৰ নৱপ্ৰেৰণা ॥

—০—

কথা—জ্যোতিপ্ৰসাদ আগৰৱালা

সেউজী সেউজী সেউজী অ'
সেউজী ধৰণী ধুনীয়া।
সোণোৱালী শইচৰ পথাৰ কোলাত শোভে
ৰঙালিৰে ফুল ফল সেন্দুৰীয়া
আমাৰ চকুলোৰে পানী দি জীয়ালো
মাণিকী মধুৰি ধান
তোমাকে আনিছো কলতৰে শইচ
এনা নিয়াৰী মান।

শিল্পী—আৰতি মুখাৰ্জী

আজি কিনো পুলকতে
মন ময়ূৰীয়ে নাচে,
কোনে আজি গানে গানে
প্ৰাণৰে সুৰভি যাচে ॥

আজি অভিনৱ ৰূপে
অপৰূপা কৰে ধৰা,
সোনালীৰে সোঁতে সোঁতে
নামে সুৰৰে নিজৰা ॥

জীৱনে আজি বিচাৰি
সৰগী মুকুতা পালে,
সৰজনে আনি তাকে
হৃদয়তে সাঁচি থলে ॥

—o—

অ' আজি মোৰ মন পখীটি
কিহৰে বাতৰি পাই
উৰিলে আকাশ থিয়াই ॥

চম্পাফুলৰ পাহিটি যেন কাৰে হাঁহিটি
দূৰ আকাশৰ তাৰৰতে উঠে জিলিকি
লাহি লাহি পাখি মেলি
ৰঙা ৰঙা ৰঙলীবোৰ কেনি উৰি যায় ॥

আকাশ নীলা পাহাৰ নীলা ৰঙা বেলিটি
যেয়ে লাজত ৰঙা পৰিল সক জুৰিটি
যেন কিহৰে নাচনী তাই
এঙাবেঁকা বঁকাল ভাঙি নাচি যাগি যায় ॥

—o—

## অপৰূপা

পৰিচালনা—জাহ্নু বৰুৱা                    কথা+সুৰ—ভূপেন হাজৰিকা

শিল্পী—সত্য বৰুৱা, ৰীতা বৰুৱা

সেন্দুৰ সেন্দুৰ প্ৰভাতী সূৰুয
        মোৰ গালে মুখে পৰিছে
পাহৰণিৰ কুঁৱলি ফালি
        সোঁৱৰণি যেন আহিছে ॥

মনত পৰিছে যেন অস্ত বেলিৰ
        বিদায় সনা চাঁৱনি
লগে লগে যেন দেখিছো পুনৰ
        লৰমু কোমল মুখখনি ॥

মন পখাৰৰ সেউজ শইচত
        মলয়াৰ মৃদু নাচোন
মনত পৰিছে যেন ডেকা-গাভৰুৰ
        চেনেহী সাজোন কাচোন ॥

মৰমী গাঁৱৰ সোণালী ৰ'দ
        শাওণৰ কজলা মেঘ
থিৰবিৰ বৰষাত পৰিছে মনত
        শৰালীৰ নাই লেখ ॥

সেইয়া যাখো মোৰ গাওঁ নহয়
        সেয়া মোৰ মৰমী আই
কলৰুৱী পখী আহিছো উভতি,
        পাবলৈ কোলাতে ঠাই ॥

—C—

শিল্পী—ভূপেন হাজৰিকা, বন্দনা বৰুৱা

আই সৰস্বতী অ'—বংফুল বৰুলী
তোমলৈ মানি যাওঁ কি।
বোলো কি?

তোমালৈ মানি যাওঁ শুকুলা ছাগলী
মাজে পৰমানে দি
মিলনদৈ শশীমিলনদৈ
শশীমিলনদৈ বাখৰ কলিদৈ
বাখৰ কলিদৈ আৰু মঙ্গলদৈ
মাজে পৰমানে দি।

ক'লাচোলা কুকতা গুদাম আছে চাৰিটা
চাৰিও চাৰিকে চৰে
এইজনীৰ চকুলৈ চাবকে নোৱাৰি
জালুক জলকীয়াই পোৰে
মিলনদৈ শশী মিলনদৈ
শশী মিলনদৈ বাখৰ কলিদৈ
বাখৰ কলিদৈ আৰু মঙ্গলদৈ
জালুকে পোৰাদি পোৰে।

যাহ এইডাল নাহিবি, যা দুৱতে থাকিবি
মোৰ পিনে নেচাবি একা
যাহ্ কোৰেনো গেন্ধেলা গেন্ধেলানে ফেদেলা
একে ভুকুত কঁকাল হ'ব বেঁকা।

অ' পিৰিতি কি বস্তু চিনিব নোৱাৰি
কোন জন ঈশ্বৰৰ মায়া।

—০—

তুমি নকৰিলে কৰোঁতা নাই মোক
ভাটী বয়সতে বিয়া !

পাণ বৰীয়ালৰ পাণ ঐ নানিবি
নানিবি গোৱালৰ দৈ
গামখাৰু আনিলেও তোৰ দৰে বুঢ়াটোক
কাহানিও নোবোলোঁ পৈ ।

মইনাজান মইনাজান বিয়া যদি নকৰ
মইনাজান মইনাজান পলুৱাই নিম তোক
মইনাজান মইনাজা নেলাগে ঐ হোমৰে জুই ।
মইনাজান মইনাজান তোৰ দৰে নাচনীক
মইনাজান মইনাজান পলুৱাই নিনিলে
মইনাজান মইনাজান মৰিমে ঐ বৰলা হৈ ।

কি কলি কি কলি মোক নিবি পলুৱাই
তোৰ তেনে সাহস কেৰা আছে
পলুৱাই নিলেহে পুৰুষ বুলি ভাবিম ঐ
লৰি যাম তোৰ পাছে পাছে ।

ৰাজগড়ৰ হাবিতে মাটি মই পোৱা নাই
মোৰ নামে ওলাইছে পটা
তোমাকে পলুৱাই নিৰই যে লাগিব
নহ'লে জীৱনটো বৃথা
মিলনদৈ শশীমিলনদৈ
শশীমিলনদৈ বাখৰ কলিদৈ
বাখৰ কলিদৈ আৰু মজলদৈ
নহ'লে জীৱনটো বৃথা ॥

শিল্পী—ভূপেন হাজৰিকা, মান্না দে

অ' বান্ধ—অ' সিপাৰৰ বান্ধ শুনা ....
এন্ধাৰ ইটো পাৰ
কাল ধুমুহাই ঢাকে আকাশ
কৰাচোন সিপাৰ। কৰাচোন সিপাৰ॥

মেঘ ৰৰষুণ নেওচি মই
তোমাক কৰিম পাৰ
পিছে, সিপাৰ এৰি কিহৰ আশাত
মানি ললা হাৰ....

বঠা ভাগে কাঠো পঁচা
শিমলুৰে নাওঁ
জীৱনৰে সোঁত নেজানো
আৰু পানীৰ ভাও
মোক কৰাচোন সিপাৰ।

ইপাৰে আনিলো বাৰু
এৰি সিটো পাৰ
এৰা পাখ সুঁৱৰি যদি
কৰা হাহাকাৰ।

নেলাগে নেলাগে মোক মায়া ইপাৰৰ
বিচাৰিছো মোহময়ী কায়া সিপাৰৰ
মোক কৰাচোন সিপাৰ।

সিপাৰ পালে ইপাৰ লাগে অনন্ত পিয়াস
ইপাৰ সিপাৰ অহাযোৱা চক্ৰ অভিলাস॥

—০—

শিল্পী—উষা মঙ্গেশকৰ

অপৰূপা, অপৰূপা
অসীমৰ নীল নভত তুমি এক বিন্দু অনন্ত
অপৰূপা —
তুমি মুক্ত অনুভৱ জানো তুমি কৰা নাই !
মকৰা জালৰ ভাঙিলা সজা
পাতলালা তুমি দুখৰ বোজা
পলাতকা হৈ এতিয়া কিয়নো
বিহঙ্গ হ'ব খোজা
মাটিৰ মধু জানো দেখা নাই।

তোমাৰ হাতৰ মুঠিতে আছে
তোমাৰ জীৱন ৰথ
ভাঙিব পাৰা গঢ়িব পাৰা
তোমাৰেই নিজা পথ
তোমাৰ মুক্তি হেৰুৱা নাই।

—০—

শিল্পী—ৰীতা বৰুৱা

সেন্দুৰ সেন্দুৰ··· ···
··· চেনেহী স্বাজোন কাচোন।
গাওঁ ধুনীয়া সেউজ সুৰীয়া ৰূপৰ মহিমা নাই
পিছে মন লাগে আৰু ভ্ৰম লাগে
সজাবলৈ এই ঠাই॥

গাঁৱলৈ কত মানুহ আহে আহি মৰহি যায়
সেয়েহে গাঁৱৰ জকাটো থাকে
মৃতুল মুখলৈ চাই।

—০—

# ঘৰ সংসাৰ

পৰিচালনা—শিব ঠাকুৰ
শিল্পী—সমৰ হাজৰিকা

সংগীত—বসন্ত, মাণিক
কথা—বসন্ত বৰদলৈ

গাওঁলৈ তই আছিলি জাকে জাকে ছোৱালী
দেখিলি নাচ নাচ সাজত
কচোন ককাইটি কোনজনী ছোৱালী
মিলিব মোৰ লগত ॥
কচোন ক ?
কৈছো ৰহ… ।

তোৰ যিহে চেহেৰা চাহাবৰে বেহেৰা
ৰাজকোঁৱৰ বুলি ভাব
বাহি বিয়াৰ দিনাই স্বৰূপ প্ৰকাশ পাব
নিজক কিমান ফাকি দিয় ।

ককাইটি ও নকবি তই
কচু গছত চিপ্ লৈ মৰি যাম মই
ডিঙি চাই গঢ়ামেই সোণৰ গলে পতা
ধাৰি চাই গঢ়ামে চুৰি
সেই খনি হাতেৰে পুৱতি নিশাতে
সাৰিব পদুলিৰ ধুলি

আইতাই কৈছিলে ঘৰৰ লখিমী
গাওঁতে আছে বোপাই
ককাদেউতাই কৈছিলে নগৰৰ ছোৱালীক
নেজানে গুৰু গোসাই ।

মঙ্গলদৈ ধুবুৰী শিৱসাগৰ পুখুৰী
বংঘৰ কাৰেংঘৰ চা—
সৌজনী লেবেলী সৌজনী আকৰী
সৌজনী ভিমকলৰ গুৰি
ইহঁতক জোকাইলৈ ববৰিহ নে খাবি
ভালে ভালে আহ তই ঘুৰি ।

তেনেহলে ছোৱালী পাইছো বিচাৰি
সৌৱা দেখিছনে নাই
সেইজাক চহৰৰ পাহাৰচাক ফেচনৰ
গাৰতহে বনভোজ খাই
কাম বন নেজান বা বলাই ফুৰিছ
পখিলা উৰাদি উৰ।

গাৰৰ লখিমীয়ে বোকা পানী খচে
দেখিও নেদেখ কিয়

এতিয়া মৰিলি আহে খেদা মাৰি
ভিৰাই ঘৰলৈ বাট
ইয়াৰে এজনী চোচৰাই তুলি লৈ
খাম ৰঙা ঘৰৰ ভাত
তই খাবি ৰঙা ঘৰৰ ভাত।

—0—

ভাইটি ভন্টী সকলোটি মিলি জুলি আমি
কোনে কি কৰিবা আজি চোৱা ভাবি গুণী।

মই হলো জয়মতী অসমী বোৱাৰী
স্বৰ্গদেউৰ চাউদাং গ'ল হাৰ মানি
মই পিচে ফুটনিতো হেং দাং লৈ
ৰণলৈ ওলালো মূলা গাভৰু হৈ
কনকলতা হৈ আই ভোগেশ্বৰী হে॥

তেজেৰে বাঢ়নী হ'ল গহপুৰৰ মজিয়া
অতীতৰ স্মৃতি এবাৰ সোঁৱৰি চোৱা
[illegible] মাজেদি [illegible] মাজেদি

এই দেশ মোৰ বুলি কওঁতা জনকে
অকণি হ'লেও যাওঁ পূজিবলে'
বাহাদুৰ গাওঁবুঢ়া ফৰমোদ আলী কুশলৰ
মণিৰাম পিয়লীৰ এই দেশ মৰমৰ

—o—

তোমাৰ কপালতে দিলো মৰমেৰে
ৰঙা টিলক এটি যাউতি যুগীয়া
এয়ে হব জীৱনৰ শান্তিৰ পবিত্ৰ সোধা
হওঁ যদি কেতিয়াবা অকলশৰীয়া ॥

যি দৰে সাগৰখনি জোৱাৰত নাচি নাচি
মহামিলনৰ গায় গীতি
ময়ো দিলো প্ৰতিশ্ৰুতি নিবিৰ থমকা ৰাতি
মৰমেৰে ৰাখিম সাৰটি ॥
সেয়ে হব জীৱনৰ ······· ॥

সময়ৰ নদীৰ গতি হুয়ো পাৰ উটি বুৰি
অানিদিলে মিলন চৰালৈ
অন্তকাল ধুমুহাই সুখৰ আখৰ দেখি
লাজ পাই যাব দূৰলৈ ॥
সেয়ে হব জীৱনৰ······ ॥

ৰং ৰূপ কিনো হায় মাথো হুদিনতে যায়
ৰখি যায় স্মৃতি
যুগমীয়া বুকুৰ উমেৰে গঢ়া
কলিজাৰ সুখ ভৰা
যুগে যুগে হওঁ লগৰীয়া
হওঁ যদি কেতিয়াবা অকলশৰীয়া ॥

—o—

নাহৰ ফুলে যুতি ফুলে তগৰ ফুল
কাৰবাবে সোণপাহীৰ মন বিয়াকুল
তুমিবাক জানানে নাই
তুমি জানিলেই জানা মই জনা হয়।

কোনো ফুল আজীৱনে নাথাকেযে ফুলি
মই যে ফুলিম চিৰদিনে তোমাৰ জীৱন জুৰি
যেনেদৰে তৰাং নদী বৰষা মনলৈ
সাগৰৰ দিশে বয় অদূৰ সাহলৈ
তেনেদৰে তোমাৰ সাহত মই যাম গৈ
পবিত্ৰ প্ৰেমেৰে বহিম সক কথা কৈ

জাজীৰ দৰে হেৰাও যদি নিয়ন নদীৰ সোঁতত
বাট চাম তোমাৰ বাবে মৰণ নদীৰ জোৰত
বালিচৰত সিঁচি যাম মিলন পাৰিজাত
ন সুকৰৰ পৰাণ ঢালিম দুয়োৰে হিয়াত।

—০—

জীৱনৰ বংবোৰ ক'তেনো হেৰাই গ'ল
নাজানিলো কিয় এনে হয়,
বুজিওযে নুবুজো মই।

দুয়ো ফুল হেকৰাই চকুলো টুকিলো মই
বাঙলী দিনৰ স্মৃতি চাই,
কিয় বাক এনে হয় কত জানো ভুল হয়।

যিদিনাই তুমি নাই তোমাকে কাষতে পাই
যাচিছিলো হিয়া উদঙাই
সুৰৰ দলিচা পাৰি আবেগৰ পৰশ ঢালি
গুচি গলা অগনি জ্বলায়।

জানিয়ো নেজানিলা বুজিও নুবুজিলা.
তোমালৈ কিমান মৰম,
মইতো শুনিছিলো তোমাৰ মন এলানি
ভোমোৰাৰ যিটো গুণ গান;
দেখিয়েও কিয় দেখা নাই
শুনিয়েও কিয় দেখা নাই॥

আমাৰ এটি সপোন আছে মৰমৰ সাক্ষীৰূপে
তালৈ জানো নপৰে মনত।
কুসুমৰ কোমল পুলি কিবা য়েন পাই বুজি
বিচাৰিছে দুয়োৰে কাষত॥

—০—

বহুতকে বহু দিও নাপালো একোকে
হৃদয়ে উজাৰি দিও নাপালো একোকে
সেয়েহে মন মোৰ বুজনি নামানে।

অকলশৰে নিজানতে টুকো চকুপানী
মইনে প্ৰতিবাৰ হিয়া খনি থীয়াই
চিনাকি হৃদয় খনি সহাৰি জনাই
মন সাগৰত মেলি বেদনা লহৰ
ভাঙিলে সপোন মোৰ
মানৱী ছলনা এতিয়া বুজিলো।

—০—

## নয়নমণি

পৰিচালনা—সুপ্ৰভা দেৱী
শিল্পী—সুমন কল্যাণপুৰ

সংগীত—জীতু—তপন
কথা—নিৰ্ম্মলপ্ৰভা বৰদলৈ

আৰু কত দুখ দিয়া প্ৰভু
কত দুখ আৰু দিয়া
কত দূৰ নজনা বাটে
যাতনাৰ বাটে নিয়া
এবাৰ কৰুণা কৰা হে হৰি মোৰ
চৰণে শৰণ দিয়া
প্ৰভু মোক চৰণে শৰণেই দিয়া ॥

তপত খোলাত ভাজিছা গোঁসাই
জুয়ে যেন দহে পোৰে
চুলিৰ সাঁকো বিমান বগাম
চকুলো দুধাৰি সৰে
দুখৰ সাগৰ প্ৰভু পাৰ কৰা
মোৰ অবিচাৰ আঁতৰোৱা
প্ৰভু মোৰ অবিচাৰ আঁতৰোৱা।
আৰু কত দুখ দিয়া········ ॥

তুমি দয়াময় বুলি শুনি আছো
অত শোক কিয় পাওঁ
তুমিয়েই পোহৰ এন্ধাৰতো কিয়
হাবাথুৰি আমি খাওঁ
কাকূতি মিনতি প্ৰভু নেজানো মই
ইবাৰো উধাৰি নিয়া
প্ৰভু মোক ইবাৰ উধাৰি নিয়া
আৰু কত দুখ দিয়া······

—০—

শিল্পী—সুমন কল্যাণপুৰ আৰু ভূপিন্দৰ কথা—গুণসিন্ধু হাজৰিকা

মা তুমি খেলিবানে দেউতা খেলিবানে
আঁহা আঁহা আমি খেলো
আহানা আকৌ আমি খেলো

মা মা মা খেলিবানে
দে দেউতা খেলিবানে
আঁহা আঁহা······· ॥

বাৰু হ'ব খেলা এটা কথা শুনা মোৰ
বুজিছানে সেই লেখা পঢ়া কথাবোৰ
ক্লৰ লাগিব ডাঙৰ মানুহ তোমালোক
শুনিছানে মাৰ কথা ই যে নহয় মিছা
উৰুৱাবা ৰঙা নীলা কাগজৰ এখন চিলা
সেই চিলা যেন হওক বিজয় পতাকা
তু-তু-তু তুমি বুজিছানে
না-না-না-না মই নাই বুজা
কিয় কিয় কিয় কিয়
হাঃ হাঃ হাঃ হাঃ ॥ মা তুমি······

চিলা দেখি উৰি থকা চিলনী পলাব
হিয়া ভৰা কোনোবাই ওলগ জনাব
সেই ওলগে তোমাৰ মনক জগাব
বৰ ভাল দেউতাই কৈছে চোৱা
উৰাম চিলা দেখিম চিলনী নে কি কোৱা
তাকেই হ'ব অ' তাকেই হ'ব হাতভেই হাঁত খোৱা
মা মা মা মা খেলিবানে······· ॥

—o—

শিল্পী—ভূপিন্দৰ | কথা—সুপ্ৰভা দেৱী

ঘিটমিট আন্ধাৰৰ নিমাত ৰাতি
জোনাকী পকৰাৰ সৌ জিকমিকনি
দুয়োৰে দুয়োকো আদৰে
জিলমিল সৌ আকাশৰ তৰা
নোচোৱা ৰাক কিয় এবাৰ
মই যে তোমাৰেই কাষতে।

দিনৰ পোহৰ ৰাতিৰ আন্ধাৰ
সুখ-দুখ জীৱন নাটতে থাকে
এয়া যে নহয় আজিৰ
যুগ যুগ ধৰি আছে
দুয়োৰে দুয়োকো আদৰে
ঘিটমিট আন্ধাৰৰ··· ॥

কান্দিব জানিলে হেজাৰ দুখত
তাতেই সান্ত্বনা আছে
চকুৰ পানীৰ প্ৰতি টোপালত
সঁচা দুখ পাব
দুয়োৰে দুয়োকো আদৰে
ঘিটমিট আন্ধাৰৰ······· ।

সেই জীৱন বৰ বেছি ভাল
জীয়াই থাকিব জানিলে
এই একাবো যে বৰ ভাল
নিজকেই মিলাব পাৰিলে
ঘিটমিট আন্ধাৰৰ....

—০—

শিল্পী—সুমন কল্যাণপুৰ আৰু ভূপিন্দৰ    কথা—গুণসিন্ধু হাজৰিকা

অ' নয়নমণি, অ'—নয়নমণি
কিযে মোহনীয়া তুমি
অ' কিযে মোহনীয়া তুমি
যেন তুমিয়েই মোৰ জীৱন সঙ্গিনী ॥

তোমাতেই মগন মোৰ এই মন
জানা নে নেজানা তুমি
প্ৰতিটো পল ছাঁ হৈ ৰ'ম
লোৱা যদি আকোৱালি ॥

ৰশ্মি বাঢ়িব মোৰ দৃষ্টিত
আকোৱালি ললে তোমাক
আমি ৰচি যাম সুন্দৰ সৃষ্টি
এটি এটি মিঠা ভাষাত
সেই সৃষ্টিৰেই সোণোৱালী হ'ম
বুকুত থাকিম পাহী মেলি
এই পাহীতেই সানিবা ৰহণ
জীৱন লগৰী কৰি ॥

—০—

## শ্ৰীশ্ৰী মা কামাখ্যা

পৰিচালনা—আনোৱাৰ হুচেইন সুৰ—ৰাজেশ্বৰ বৰদলৈ

শিল্পী—মীতালী চৌধুৰী, মিহিৰ বৰদলৈ কথা—হেমন্ত গোস্বামী

কোনজনী ভনীটি
        আগতে আহিলি
চম্পা নে মালতী
        নাচনী পখিলী

মই জানো নো কিহৰ বাবে
ওলাই আহিলি কি নতুন সাজে
আজি দেখো জেতুকাৰে
        তুহাত বোলালি ॥

অ' সেউতী কেতেকী গুলছি
        তগৰ অ'—
কিযনো পাতিছ ৰগৰ অ'—
সীতা আইদেউৰ বিয়াতে
কিনো মৰমতে
দৰা আদৰিবলে
        সাজোন কাচিলি ॥

ৰিণিকি ৰিণিকি বাহীটিয়ে
শুনালে অ' যি সুৰ মিলনৰে
সেই সুৰে সুৰে আজি
কতৰ মেলাপাতি
আলসুৱা ওঠ দুটি
        হাঁহিৰে বোলালি ॥

সৰ্ব্ব মঙ্গলা হে মাতা
বিশ্ব বন্দিতা হে মাতা
মাতা হে মাতা ।।

শক্তি ৰূপিনী মা কামাখ্যা
মাতৃ ৰূপিনী মা কামাখ্যা
হে দয়াময়ী মাতা। হে মা হে মা ।।

কামৰূপ বাসিনী
দুখ ভয় দুৰ্গতি নাশিনি
জগৎ তাৰিণি হে কামদা
মন্দ বিনাশিনী হে বৰদা
জয় হে ভবানী মাতা ।।

তুমি দুৰ্গা তাৰিণী
নাৰায়নী নৃমুণ্ড মালিনী
মুক্তিদায়িনী হে কামদা
পাপ বিনাশিনী হে বৰদা
কামেশ্বৰী হে মাতা ।।

— —০—

দয়াময়ী হে মা
অভাগিনী জীয়াৰীক লোৱা
চৰণে তোমাৰ ।।

অগতিৰ গতি তুমি
দয়াৰ আধাৰ
তুমি বিনে আৰু গতি নাই
দেখিছো অকলো আন্ধাৰ ।।

কিনো লিখিলে বিধাতাই
কিনো আছে মোৰ কপালত
নিঠুৰ সমাজৰ অভিশাপ
কলঙ্ক ৰেখা লগালে শিৰত
মাগিছো করুণা তোমাৰ ॥

বন্দে পতিত পাৱনী বন্দে
বন্দে যজ্ঞ বিনাশিনী বন্দে
বন্দে কামাখ্যা গোসানী আই ॥

—o—

মই আজি মূঢ়মতি
নেজানো স্তুতি নতি
নুবুজিলো কিনো পাপে
হৈল মোৰ হেন গতি ।

যাতনা কিমতে সহো
তোমাতে শৰণ লভো
পাৰ কৰা ভৱনদী
দয়া কৰা ভগৱতী ॥

তুমি দয়াৰে আধাৰ
নাই যে ষোড়শো পচাৰ
নিজ গুণে তুষ্ট হোৱা আই
কৰযোৰে কৰিছো মিনতি ॥

দিয়া করুণা হে আই
অপাৰ তোমাৰ মহিমা
নিজ গুণে মোৰ ক্ষমা কৰা
পাৱে পৰি কৰোঁছো কাকুতি ॥

—o—

পুৱতি কিয়নো আহিলি
নিশাৰ মায়া শেষ হ'ল
বহু কথা কোৱা নহ'ল
কওঁ বুলি বহুবাৰ
ভাবি গুণি থাকোতেই গ'ল।

কতনো আশা কৰি
মেলিছিলো নাওঁখনি
ধুমুহা বতাহে আহি
নিলে উটুৱাই
হেকৱালো দুই কুল
কতোনো কৰিলো ভুল
আশাৰে সমাধি হ'ল ॥

নিৰাশা আন্ধাৰ
লগৰীয়া মাথো হ'ল
লগৰীয়া হ'ল,
বিষাদে আৱৰা মন
ভাবো নিতে অনুক্ষণ
জীৱনোযে বিফলে গ'ল ॥

—o—

# সাদরী

পৰিচালনা—পুলক গগৈ

সঙ্গীত—কুল—অতুল

শিল্পী—নমিতা ভট্টাচাৰ্য্য

কথা—হেমন্ত দত্ত

হে দয়াময় !

মায়া মোহে ভৰা এ ভব সংসাৰ
খোজতে উজুটিছে খাওঁ
মিনতি কৰিছোঁ কাতৰে সুধিছোঁ
কেনিনো পেলামে পাৰ
গোসাঁই মই কোনবাটে যাওঁ ॥

তোমাৰ থাপনা কাষত
পূজাৰ চাকিটি জ্বলালো পুৱা সন্ধ্যা
তোমাৰ চৰণ তলত
সপিলো সংসাৰ সপিলো পুত্ৰ কন্যা
কুশলে ৰাখিবা বিঘিনি বিনাশি
কৰুণা জানোছা পাওঁ
গোসাঁই মই প্ৰণাম জনাওঁ ।।

পূজিম তোমাক কিহেৰে
নাই যে সম্ভাৰ
অ' মোৰ কৰুণা সিন্ধু
তুমি স্ৰজন কৰোতা
তুমিয়ে ৰখিয়া
তুমিয়ে বিপদৰ বন্ধু
ভকতি ফুলেৰে অৰঘি ভৰালো
গোসাই মই প্ৰণাম জনাওঁ ।



যোৱাগে আঁতৰি নকৰা আমনি
গলেগৈ সঁচাকে নাহিমে উভতি
হাতকে এৰা কাকুতি কৰা
নহলে পামে গৈ হোমৰে কাষ
উস্ মুৰুঙ্গা কিয়নো ভাঙিব হাত ॥



শিল্পী—অতুল মেধী, নমিতা ভট্টাচাৰ্য্য।
ঝিৰি ঝিৰি ঝিৰি বৰষা নামিলে
এনেটো বতৰক নেওচি কোনে থাকে ॥
দেহা ভৰা কামনাৰে জুঁই
বৰষুণে মুমাৰ যে চুই
শাওনে কয় তাকে ॥

গুঞ্জৰি গুমৰি বুকুৰে বাতৰি কলে
ভাৱৰে মাটিলৈ চাই,
মাটিয়ে উলাহে বৰষা সাৱটি ললে
মৰমী উমকে পাই
বিজুলীয়ে ক'লে এয়েটো সময়
মাটিয়ে আকাশে একাকাৰ হয় ॥
মৰম আছে বৰষা ৰূপে হিয়াকে উপচাই
গপতে উপচি নদীয়ে চাপলি মেলে
সাগৰ চুবলৈ
সাগৰো থাকে হেপাহেৰে বৈ
কেতিয়া আহিব লগৰীয়া নৈ
সাগৰ আৰু নদী মিলি যায়
হিয়াকে উকুৱাই ॥



শিল্পী—নমিতা ভট্ট, হৈমন্তী শুক্লা

মাতিছে নূপুৰে গুঞ্জৰিয়া বাঁহীতে
নাচিছে তাৰ সতে গাভৰু মন
হাঁহি ভৰা যে জীৱনৰ এমুৱা ক্ষণ ॥

উৰে জাঁকে পাতি ৰঙীন প্ৰজাপতি
যাচে চেনেহ চুমা ফুলৰ গাতে পৰি
যৌৱনে হাঁহে যে তাতে শুনি ফাগুনৰে গান
অ' মোৰ যৌৱন জীৱনৰ মিঠা মৌ-বন ॥

ফুলে কুসুম পাহি জীৱন বাটে ভৰি
আহে ৰূপহ কোঁৱৰ ৰঙৰ ফাকু খেলি
জীৱনে শুনিলে তাতে হাঁহি মিলনৰে গান।

তুমি নেথাকিলে ৰিঙা লাগে যৌৱন
উকা লাগে মোৰ মন ॥



শিল্পী—ফুল বৰুৱা, নমিতা ভট্ট

ৰিণিকি ৰিণিকি শিঙাৰে মাত
তোমাৰে বিননি শুনিছোঁ তাত
এজাৰে মাতে নাহৰে মাতে
লাগিছে দোলনী দুয়োৰে গাত ॥

বাঁহৰে আগলি বাটকে আগছি
কি ভাবে নাচিছে ধূলিতে ওখলি
খাঁচলে নাকে কাঁবলে' মাতে
বুলিছোঁ তেতে মই তোমাৰে গাত
আকৌ লাগিছে দোলনি দুয়োৰে গাত।

শিল্পী—নমিতা ভট্টাচাৰ্য্য

মিনা কৰা গাম খাক
বাখৰোৱা লং কেক
গলপতা সাতেশৰী
চিটিপাতি জোনবিৰি ।
আনিব মোলৈ ডিঙাকে ভৰাই
আছোঁ মই বাটে চাই ॥

নালাগে মোক গহনা সোণ
কেঁকমণি যতনা
পঠিয়াবা প্ৰতিদিনে
তোমাৰ মনৰ বতৰা
সেয়ে হব উপহাৰ
জানানে সোণ নাজানা ?

কুশলে থাকিলে তুমি
পাতলে মোৰ যাতনা
—কি ক'লা ?
—হুঁ —

কেছ বছা মুগা বিহা
গুনা ফুলে বুটা তোলা
মেখেলাতে বন কৰা
গোম চেঙৰ এঙা চোলা
পেৰা ওপচাই আনিব মোলৈ
আছো মই বাটে চাই ॥



# ককাদেউতা নাতি, আৰু হাতী

পৰিচালনা—নিপা বৰুৱা | সঙ্গীত—ৰমেন বৰুৱা

শিল্পী—দ্বীপেন বৰুৱা মৃণালিনী দত্তবৰুৱা | কথা—কেশৱ মহন্ত

এই ৰ'দালি জিলিমিলি
ৰ'ব কি যাব কি চিত পখিলী
মন ফুল কলি পৰে ঢলি
থ'বা কি লবা কি আঁকোৱালি ।
এই ৰ'দালি ······ ॥

এইয়া যে আহিছে চোঁৱা
এইয়া যে হাঁহিছে চোঁৱা
বসন্তৰ বলিয়া বা
এইয়া যে কাষতে পোৱা
এইযা যে জিৰণি লোৱা
এয়া যে মৰমৰ ছাঁ
জিৰাওঁ যেন জিৰাওঁ যেন মন বাউলী ।
এই ৰ'দালি ॥

গোপনে গোপনে গঢ়া
সপোনেৰে আপোন কৰা
দুখনি আকুল হিয়া
চেনেহৰ নেদেখা জৰী
দুয়োকো বাঁধিছে ধৰি
উজাৰি মৰম দিয়া
যৌৱন নে যৌৱন নে হালি জালি ॥
আহা যৌৱন নে যৌৱন নে হালিজালি ॥
এই ৰ'দালি········ ।



শিল্পী — দ্বীপেন, কোকিলা কথা—কেশৱ মহন্ত

পোহনীয়া চৰাইটি উৰিলে
বিচাৰি পাবলৈ নাই
ধৰো বুলি নোৱাৰি ধৰিব
সি যে উৰি যায় ॥

আকাশ আপোন লাগে যদি
উৰাৰ সপোন জাগে যদি
সজাৰ বান্ধোন ছিড়ি যায়
বোলো উৰি যায়; উৰি যায়

চকুৰ মণিত চকা মকা
ৰবণীয়া সপোন আঁকা
লুকাই লুকাই দেখা দিয়া
কিযে ছবি ছয়াময়া
পালেওচোন হেৰাই যায় ॥



শিল্পী—কোকিলা মৃণালিনী, ললিতা, পুষ্পা

এক দুই তিন চাৰি
যুতি দিলো গৰু গাড়ী
দেখিছানে নাই হাতীয়ে চলায়।
গাড়োৱান নাই তাতে কি হ'ল অ'
আছে মাউত যে হুছিয়াৰ
গজগতি গাড়ী চলি যায় ॥

ইখন গোলা এৰি আমি সিখন গোলা চাও
চাউল দালিত শিল মিলোৱা

দেখি আমি জুমি জুমি কথাৰ গুৰি পাওঁ
চুকেৰে দোকান সোমাওঁ।
মহাজনৰ হাতখন দীঘল অ'
সি যে কাৰেং ঢুকি পায়
চহা হুঁতে টোকাৰি বজায় ॥

সৌৱা দেখোন ককাদেউতাই আইতাৰে সতে
কাণে কাণে কথা পাতে
দেখি ভাবো ভালতো নহয়
এইবোৰ য'তে ত'তে
যি নেদেখে সততে
ভয় নকৰো হ'লে কাকে অ'
কোনে আমাক ঢুকি পায়
বৃকোদৰ আমাৰ সহায় ॥



শিল্পী—কোকিলা গোস্বামী

আৰু কি ৰাখিলা বাকী মোলৈ' দয়ামায়
বাৰে বাৰে ছিঙি নিছা আশা হে নিৰ্দ্দয় ॥

উপজিয়ে নাপালো মই আইৰ কোলাৰ উম,
ভাই-ভনী পিতা হেৰাল আশাৰে কুসুম;
আঘাতে আঘাতে প্ৰভু ভাগে মোৰ হৃদয় ॥

যিখানে সাজিলো মই একলো বালিঘৰ
জীৱন নদীত নাও এৰিলো পালো বালিচৰ
এয়াতো তুমি বিনে নাই মোৰ আশ্ৰয় ॥



শিল্পী—দীপেন, ললিতা, পুষ্পা।

বিহুৰে কঠীয়া কোনে সিঁচি গ'লে
কোনে ৰচি গ'লে গীত,
মন ৰমেৰমায় বুকু হমে হুমায়
অলিয়া বলিয়া চিত।

তুমি বিজি মাৰা কোনোবা দিহিঙত
মই ডিঙি মেলি চাওঁ,
দুঃখে আহি মোৰ বুকুত মোহাৰ মাৰে
তোমাক ধন কেতিয়া পাওঁ।

খোজতে খমে খমায় মুগাৰ ঐ মেখেলা
ভাজত জিলে মিলায় বিহা,
ঘামত তিৰেবিৰায় গাল জুৰি মুকুতা
কেঁচা সোণ বৰণৰ দেহা।

নৈৰ ডৰিয়ালি চৰাই লৰিয়ালি
চকু খাই মাৰিলি উৰা,
মন পাখি লগা ৰাখিব নোৱাৰো
চেনাইক দেখিবৰে পৰা।

শোওঁতে এবেলি অ' উঠোতে এবেলি
খাওঁতে এবেলি শুনো,
মোৰ ধনে কেতিয়া ঢোলত চাপৰ মাৰে
পেঁপাৰ মাত কেতিয়া শুনো।

মাতৰ জুৰণীয়া মাজ নিশাৰ বঁহীটি
ভাতৰ যুৰণীয়া কাঁহী,
মনৰ মোহনীয়া অ' মাকনৰ হাঁহিকণ
তেজলা পদুমৰে পাহি।

অ' লাহি কঁকাল চাহি কঁপাল বাহি জোবা
অ' আহে নাহে চকুৰে হাঁহে মুখে হাঁহে
অ' লাহে লাহে বহাগ আহে
একেখন চোতালত বহিম ।

পথাৰৰ মাজেৰে ৰূপহী শিমলু
ফুলে জকে নকাই নাচে,
আই জনী কঁপালৰ সেন্দুৰৰ ফোঁটটো
শিৰলৈ পোণ হৈ আছে ।

আই ঐ সোণামুৱা লাজত মুৰে খোৱা
নলগা জেওত চোন লাগ,
সোণৰে হৰিণা খেদ ঐ পিলিঙা
বাওনা হৈ জোনটো মাগ ।

অ' পিলিঙা ভাত খিলা বুলি
„ „ ভুলকৈ মুঠিৰা
কেচেকৰ চনকা ডাল ।

অ' পিলিঙা ঠুমুকা মনলৈ
„ হাত নেমেলিবা
ভালেই হ'বগৈ কাল ।

এ মাকণ কাণৰে লট্‌কন্
„ „ লবে অ' আইধন
চকু নহয় মোহিনী বান
এ মাকণ আমাৰে শৰীৰত
„ „ তুহ জুই [illegible]
[illegible] দিবলৈ চান্দ ।—

সোণ পকর সক হৈ আছিলো।
উজ্জ্বিত ধৰা ধৰি কৰি,
সোণ পকরা চাওঁতেই ইমানজনী
„ „ হালি ঐ মাজনী
মানিলেও নাচাৱ ঘূৰি।

হায় অ' দেহা মৌ পিয়া পখীটি
„ „ „ মৌ কে চুঁহিলি
ফুলৰ নেদেখিলে শোক।
অ' দেহা চেনেহ কাঢ়ি কাঢ়ি
হায় অ' দেহা বুকু বঙা কৰিলি
তেওঁ তোৰ মুগুচে ভোক।

ঢোলে গিৰ্‌ গিৰালে পেপাই উকিয়ালে
গগণাই মাতিলে গাওঁ,
লতাই বিৰিখে ন সাজ পিন্ধিলে
আমি বিহু গাবলৈ যাওঁ।

পাৰ যোৱে যোৱে উৰে অ' কলিজা
কপৌ যোৱে যোৱে উৰে,
ঢোলে বায় ঢলীয়া নাচনী বলীয়া
টাকুৰী ঘূৰাদি ঘূৰে
কোনে সৰজা নাচনী ঢলীয়াৰে বাচনী
থাকোনো কেনেকৈ চাই,
গা মন কৰে বাই জাই।

এ গা সাতখন আঠখন কৰে দেখোন মাকন
চলাই লচোন বিহাখন আমাৰো লাজিৰ মন।



শিল্পী—দ্বীপেন, কোকিলা, মৃণালিনী, ললিতা, পুষ্পা

কলিৰ কৃষ্ণ বুলি হাঁহিলি
লাজ কিয় জানো কৰিলি
বোলো গোপিনী এয়া দেখোন যমুনা নৈ। (এ—ৰ্যা.)

এযাচোন কলীয়া কদমৰে অ' ডালে পাতে
লুকাই লাজতে বুকুৰ মাজতে
মোহন বাঁহী বাজে দেখোন বৈ বৈ বৈ।

(মথি যাওঁ)
এ গোঁসাই হাততে পালো ভাল
এ দেহি কিনো আমাৰ কঁপাল
জানোচা ছিগে পিঠিৰ ছাল
কথা কাণত পৰিলে গৈ (কেনে পালা—)

(অ', অ' এ) কাৰ কাণত কথা পেলাবি
কাৰ পিঠিৰ ছাল ছিঙিবি।
বোলো মৰিবি যিহকে পায় তিহকে কৈ।

অ' বোলো কথাতে কটা যায়
অ' বোলো কথাতে বটা পায়
আইহঁত মৰিছু উচ্-পিচাই
বুকুৰ মাজত বেথা হেঁচি লৈ।

(আই থৌ) যাঃ এওঁকহে নাপাই মৰিছো
ঘৰৰো বনবাৰী এৰিছো
বোলো গোসাই ঐ— কি হ'ল ঐ
ঘৰৰ লৰা ঘৰলৈ ঘোৰালৈ।



# দেৱী

পৰিচালনা—সম্ভু মিত্র

সঙ্গীত—ভূপেন হাজৰিকা

শিল্পী—মালবিকা বৰা

কথা—এলি আহমেদ

জোনাক ভৰা নিশা
ঠুনুকা মোৰ হিয়া
জোনবাই লাগেনে তোৰ
অকলে কেতিয়াবা নিঃসঙ্গ অসহায়
মৰম বিচাৰি নাপাই।
জোনবাই, জোনাক ..... ॥

উদাৰ সুকথে উজাৰি বিয়োপা
জোনাকত আঁউসী দেখি,
তোৰ হিয়াখনি কঁপেনে অজানিতে
এন্ধাৰ আঘাত লাগি,
দুখৈৰ তৰালি জাকে
উপহাস কৰে নেকি
তোৰে মোৰে বেদনা দেখি
নেদেখি নিজা পোহৰ আমাৰ ॥

এমুঠি ডাৱৰ কিয়নো আহিলি
ঢাকিলি কিয়নো হাঁহিটি
হৰিলি ইমান জোনাক ॥
এন্ধাৰ ভৰা নিশা বুকু ভৰা আশা
কেনেকৈ আজি যে মোৰ
ফুল যেন হাঁহি, সৰাফুল হৈ জহি যায়
মৰম বিচাৰি নাপায় ॥
জোনবাই— । মৰম বিচাৰি নেপাওঁ ॥

শিল্পী—সমৰ হাজৰিকা, মালবিকা বৰা     কথা—আমিনুল হক

লিহিৰি বনৰে উতলা লহৰে
কি যে মন মধুৰ কৰে ।

চুলিটাৰীতে ঢৌ খেলি খেলি
কজলা মেঘালী আকাশ ভৰি ছানি
আনিলে শ্যামলী আশা
বহাগৰ বাতৰি আনিছে আদৰি
মনবোৰ কেনিবা উৰে ।

মন হ'ল মোৰ সু-মধুৰ বাহীৰ সুৰ
মোৰ হৃদয় বনতে
এই নয়ন যদি হয় পখুমৰে
সপোন হৃদয়তে ফুলে ॥

আঁকি যা আঁকি যা এই জীৱনৰে ছবি
মন তুলিকাৰে বহুতো ৰঙৰে
দূৰণীৰ আকাশৰে ৰাঙলী সুৰুযে
কি যে মন আদৰি আনে
মোৰ গীতেৰে সুৰ খেলি-মেলি
মন মোৰ কেনিবা উৰে ।

সোৱা ফুলি আছে ৰঙা ফুলৰে থোপা
ক'ৰে বলীয়া ভোমোৰা
তাতে উমলি থাকে
এপলক মোৰ পিনে চোৱা
এবাৰি নঁহাৰি কিয়াবা
[illegible] মন আজি উতলা ॥

এই যে ফাগুন হৃদয় উথলি নাচে
পলাশৰে ৰঙেৰে ভৰা
তুমি যে আপোন নয়নে জনালে
জুইতৰ হেঙুলি আভা
উৰি যা উৰি যা, বনৰে পখীটি ॥

কি যে সপোনৰে মধুৰ আবেগৰে
লিহিৰি ... ... ... ...
মন ফুলনি আছে হালি জালি
মন মোৰ কেনিবা উৰে ।



শিল্পী—অশোক শইকীয়া    কথা—এলি আহমেদ

হে ৰূপাতলীত বহিছে যে সেইজনী কোন
ইমান কৈ সাজিছে মেনকা দেখোন ।

ভালকৈ আজি সাজ মলুৱাই পাব লাজ
বান্ধৱীক সজালে ধুনীয়া ৰূপ লয় ॥

নাকটো কেঁচা চকু টেলেকা
মুখটো কিনো চাৰা পথালি কোমোৰা ॥
[ উকলি .. .. ... .. ]

শুনা শুনা সৰ্বজন মোহোৰ বচন
বধুৰ সহিত শখীগণৰ কথা কওঁ ।
হে টিলিলিং গোপ-

বিবাহ গৃহে সখী সবে ময়ূৰ পেখম ধৰে
চকুত কাজল ওঁঠত ৰং দুগালত ভেজ ফুঁটে ।
চকু নহয় মাৰ্বল, গাল নহয় ফুটবল ।
আঙুৰ যে টেঙা ন' দেখী শিয়ালৰ কথা
পাহৰি কিয়নো ন' দেখী উদ্ভুতি খোৱা ;

চেহেৰাৰে কিনো চাৰা
অ' দেহী অসুৰ অসুৰ লগা
আঙুৰ খোৱা শিয়াল আমি
টেঙা বুলি নিদিম এৰি
ৰকেটতে উঠি আঙুৰ আনিম পাৰি
তেঙাকো লম সোৱাদ কৰি
নিমখ জলকীয়া সানি ॥
ৰকেটতে উঠি উঠি আঙুৰ আনিম পাৰি
টেঙাকো লম .....

পকেটত নাই ভেকাৰ ধন
ৰকেটত উঠাৰ মন
ডেকা ল'ৰাৰ খোলা মুখ
জোকাই ল'লে পাবা দুখ
নাৰীৰ জীৱন পানীৰ দৰে
পাত্ৰ চাই ৰূপ ধৰে
আইৰ ঘৰ নহয় নিজৰ
দুদিনীয়া মিঠা মাতৰ ।
বাইদেউ .. ..
অ'— মৰমৰ ভনী মোৰ যাবৰেনো পৰতে
কেনেইনো মাটিছ এনেকৈ ।
আৰু তই ক'ত পাবি এনে মৰম ধেমালি
আজি যে তই যাবিগৈ ঘৰৰ মৰম এৰি
নাভাবি লোৱাবো চেনেহৰে ভনীজনী
কেনেকৈ পাহৰিবি এনে মৰম
চেনেহ এনাজৰী ।
কেনেকৈ থাকিমে তোক এৰি ॥

শিল্পী—মালবিকা বৰা     কথা—আমিনুল হ'ক

তুমি নিঃসঙ্গ নোহোৱা কাহানিও
মই তোমাৰ পূৰ্ণতা
তুমি বিহঙ্গ মই আকাশ তোমাৰ বাবেই
তুমি উলাহত উৰি থাকিবা
মেলি দি মুকুতিৰ দেউকা
আশাৰে পোহৰ হৈ
উজ্বলাম তোমাৰ হিয়া
মধুময় কৰিম জীৱন
যদি আছে জীৱনলৈ আঁউসীৰ নিশা।

হম মই জোনালী বহন সানি জোনাক
নীলিমাৰে জোন হৈ।

পাল হম তোমাৰ জীৱন ডিঙাৰ
হোৱা যদি দিশাহাৰা।
যদি নেদেখা মন কূল-উপকূল
বিশাল সাগৰত আশাৰে ঘাট হ'ম।

আশাৰে সজালো ঘৰ
দুয়োৰে সপোন সানি
জীৱন সোনালী আমাৰ।

যদি আছে ধুমুহা ভাঙিবলৈ সপোন
বাধা দিম সাহয়েৰে নেওচি ধুমুহাক
বাধাৰ প্ৰাচীৰ হৈ
প্ৰভাতী সুৰুয হৈ
আজীৱন পূজিম মই॥



# জীৱন সুৰভি

পৰিচালনা—নৰেশ কুমাৰ

সঙ্গীত—ভূপেন উজিৰ

কথা—হেমন্ত দত্ত

কিনো অভাগা কপাল-হৰি
কিনো তোৰ নিঠুৰ বিধান।

দুহাতৰ যত সুখ আনতে বিলালি
তই নিজৰ ঐ দুখতে মজি।

ভাবিছিলি যে তই তোৰেই ঘৰখন
ভকতিৰ গোসাই ঘৰ হব
তোৰ থাপনাত বন্তি জ্বলিব
গোসাই ঘৰ উকখি থাপনাও বাগৰি
শলিতাও শেষ হ'ল পুৰি
তোৰ ভাঙা গ'ল কলিতে মৰি ॥

কিনো অভাগা কপাল
লক্ষ নেজানি অচিনা বাটেদি
অকলে আছ যে বুলি
তই, প্ৰভুকে সাৱথি কৰি।

কিনো পোৱাৰ আশাত
কলৈ নো গৈ আছ
নিয়তিৰ হাততে ধৰি
তই, বিধিয়েও নাজানো আজি।
কিনো অভাগা কপাল
কিনো তোৰ নিঠুৰ বিধান ॥



শিল্পী —অৰুণ দাস, শান্তা শৰ্ম্মা

অ' হ অ' মৰমে ওপচা ওমলা বাটৰে লগৰী
পৰি ৰলো মই বহু দূৰত
অকলে সীমাহীন এই বাটত
আছো দেখো মই অতি কাষত
আদৰত বৈ থাকো তোমাৰ হাতত ॥
ছুয়ো পাৰ হয় জীৱনৰ বাট
হাঁহি খেমালিৰ মাজত ॥

ফুলনি ওপচি সৌ পখিলা খেমালি
উলাহৰ পখিলা যেন ফুলৰে ওৰনি
কলিৰ টোপনি চাগে লাহে লাহে কৈ ভাগে
গোপন আদৰৰ মাজত ।
মোৰো মন যায় পখিলা হৈ
জিৰাব চিৰদিন তুমি সুশিত
আমি ছুয়ো ৰম ফুলনি ভৰি
ফুল পখিলাৰে মাজত ।

অ' মোৰ অজলা অ'দেখা গোপন খেলৰে লগৰী ॥

নদীয়ে নদীয়ে সৌ লহৰ খেমালী
উলাহত নাচিছে যেন পানীতে সাতুৰি
বহুল বিশালতা পাই
লহৰ দেখো মিলি যায় নদীৰ বুকুৰে মাজত ।
মোৰো মন যায় লহৰ হৈ মিলিব
প্ৰতিক্ষণ তোমাৰ লগত ।
আমি বৈ যাম বাধা নামানি
লহৰ নদীৰ সোঁতত ॥



অ' ঠুৰিয়া তামোলখন চেনাই অ'
ৰভনাই আনিছো অ' চেনাই অ'
লগতে আনিছো ল'
আমাৰ ৰবিয়াকৈ কিছু গীত গাই যাম
কোনেবেঁও যেন নকৰে খং।

চাঃ সমনীয়া গাভৰু যাক আহিছে
সাজোনে কাচোনে ৰূপহী যেন লাগিছে
চিলনী পৰাদি খপিয়াই লৈ যাম
তাৰে মাজৰ এজনী
চোচোৰাই ঐ টানি নিম
তাৰে মাজৰ এজনী

বাহিৰে বাহিৰে পোৱাম গৈ অ' হোমৰে
পোৱাম গৈ অ' হোমৰে শুৰি।
নিমাতি গাভৰু অ' মুখ খুলি নলবি
শুছি যাব লাগিলে আৰু দেখা নাপাবি
ইচাতি বিচাতি কৈ হিয়া ঢুলি মৰিবি একা।

হয়নে ? লোককে দেখুৱাই কেতেবাই মাতিছ
ডেকা লৰাক ভুলাবলৈ সাজি কাচি আহিছ
এনে ডেকা ভুলাবলৈ আমাৰ কোনো গৰজ নাই
অ' নাচনি অ' ডেকা লৰা নহলে যৌবন অথলে
গলি যাব চাইছনে নাই।

অ' ডেকা অ' ভালকৈ থাকিবি
চলি চালি ঐ কপাল খুলি মৰিবি
অ' ডেকা অ' ভালকৈ থাকিবি ॥



ছিয়াৰ সাচতীয়া অ' চেনাই বাঢপাৰ সাজ
আনিছো অ' যতনাই মেৰিয়াই লবি
অ' দেহা শাত পৰিছে জানো অ' সোণজনী
অ' অ'ই মুখ খুলি কথাষাৰ কবি ।

সাজোনে কাচোনে বৰ মৰম লাগিছে
ৰূপহী নাচনী বৰ আপোন লাগিছে
পখিলা উৰাদি নাচি ককাল ভাঙি
মোৰে মাকন দেহাটি জোঙাল শেলে বিন্ধাদি
গুপুতে গুপুতে কলৈনো চাই মৰিছ
কলৈনো চাই মাৰিছ হাঁহি ।

বিহুৱা নাচনিক খং উঠাই নলবি
বিহুতলী এৰি থৈ যদি যাও ঘৰলৈ
যদি যাও ঘৰলৈ ঘূৰি ।
হংনে ? পাৰ যদি যাগৈ গুছি
আহিছ যে নিজে যাচি ।

আমি যাচি অহা নাই কাৰো কথাত নচা নাই
অ' নাচনী অ'—
ঢুলীয়া চোন নহলে নাচিবিনো কেনেকৈ
ভাবিছনে কথাষাৰ তই ।

অ' দেহা অ'—ঢোলে ভালকৈ বজাবি
চাবি চাবি অ' ঢোলৰ মাৰি ভাঙিবি
কিনো চাপৰ মাৰিছ জাগৰি যেন পৰিছ
এই দেহা ঐ নাচনীৰ হাতলৈ চাই ।

অ' হায় হায় গাভক বয়সত ফুটনি মাৰিছ
ওভত গোৰে নাচিছ
মোৰ মাকন দেহাটি বয়স হ'লে হব কি
কথাটিমো ভাবিছনে নাই।
অ' হায় হায় এই কালিলৈ কি হব
আজিতে ভাবি লৈ কিয় চিন্তা কৰিছ
আজিৰ মধুৰ সময়টি
কলিজাৰে উমেদি
ৰাখিব যে লাগিব জীয়াই ॥



পূৰ্ণ ঘৰত শূণ্য হৃদয়
যেন সূৰ্য্যবিহীন দিন
দুহাততে কোনে শুই পিচ সুগন্ধ বিহীন ॥
চৌদিশ পোহৰে পোহৰে
মোৰ হে মাথোন অন্ধকাৰ
উঠা জ্যোতিৰে জ্বলি ভৰি আছে মোৰ ঘৰ।
উষাৰ মাজতে আছোযে মই
সকলো দুখকে সাৱটি লৈ
ধনে জনে পূৰ্ণ ঘৰ তাতেই আদৰৰ মাত
তুমি মাথো ছাঁ! তুমি থাক আছা ক'ত?
সোণৰ সাগৰ সোণোৱালী সোণ
তুমি বিনে কাক অকলে পাম
বুকুৰ ভাগৰি চিঠি দিবলৈ মেলিয়াই থলোঁ হাত
তোমাক নেপাওঁ তাত তুমি থাক আছা ক'ত।



শিল্পী—অৰুণ দাস

মই এটি মুকলি পখী উভতিছো ঘৰলৈ বুলি
অকলে মই সজাতি যেন হুচুকতে আছো হুলি ॥

অ' আমাৰ আপোন মানুহ সোণালী ধাননীৰে ছাঁত
মন আৰু মাটিৰ লগত চিনাকি সুৰটিকে গায়
শ্যামলী বননীত সোণোৱালী ধাননী
মোৰ এই ঘৰতে পায়
গাৱনি উপচাই হিয়া শাত পেলাই
মাটিৰ সুৰতে গায় ॥

শুনিবে শুনিব বাধা বৈ বে না
ঝুমুৰাৰ তালে তালে প্ৰাণৰে ভাণ্ডাৰ।
চাহ গছৰ মাজে মাজে এটি কলি দুটি পাতে ছা
ভাগকৰা মন যে জুৰাই
সেউজী এই বঙকে চাই সপোনতে গুন গুনাই।



আমেজ ভৰা আউসীৰ ৰাতি হাঃ হাঃ হাঃ
মোৰ সতে কোনে' নাই
পাহৰিম মই নিসঙ্গ দুখ তোমাক কাষতে পাই ॥

বহু ঘৰত জ্বলিছে চাকি বহু আছে এন্ধাৰে ঢাকি
কাৰ মুখত ফুটিছে হাঁহি কোনো আছে চকুলো টুকি
মোৰ বাবে সকলো হাঁহি ইয়াতে আছে লুকাই ॥

নিয়ৰ সৰে ডুবৰি ভৰি কলি সৰে কুমলীক চুমি
কলি সৰে চাকিবৰ বুলি প্ৰেমৰ বাসীত ফুলাহ খুলি
সঁচা প্ৰেমৰ প্ৰকৃত সুখ তোমাক মাজতে পাম ॥



## সেন্দুৰ

পৰিচালনা—পুলক গগৈ সংগীত—দশৰথ দাস

শিল্পী—মীনু শইকীয়া কথা—মহাপুৰুষ শংকৰদেৱ

জয় জয় যাদৱ জলনিধিজাধৱ ধাতা
শ্ৰুতমাত্ৰাখিল ত্ৰাতা,
স্মৰণে কৰয় সিদ্ধি দীন দয়ানিধি
ভকত মুকুতি পদ দাতা ॥

জগ জন জীৱন অজন জনাৰ্দ্দন
দনুজ দমন দুঃখহাৰী
মহাদানন্দ বন্দ পৰমানন্দ
নন্দ নন্দন বনচাৰী ॥

বিবিধ বিহাৰ বিশাৰদ শাৰদ
ইন্দুনিন্দি পৰকাশী
শেষ শয়ন কেশী বিনাশন
পীত বসন অবিনাশী ॥

জগত বন্ধু বিধু মাধৱ মধুৰিপু
মধুৰ মুৰতি মুৰনাশী
কেশৱ চৰণ সৰোৰুহ কিঙ্কৰ
শংকৰ এহু অভিলাসী ॥



শিল্পী—দশৰথ দাস, মীনু শইকীয়া   কথা—দশৰথ দাস

এই বৃষ্টি এই বৃষ্টি এই বৃষ্টি
এই বৃষ্টি ৰিমঝিম কঢ়িয়াই আনিলে
ৰিমঝিম ৰিমঝিম ৰিমঝিম সুৰবে মায়া
লাগে তুলা তৃষাতুৰ এই প্ৰাণত ॥
বৃষ্টিৰ তালে তালে থৌকি বাথৌ মন
ডাৱৰ হৈ উৰিম আকাশত যেন
ৰিক্ত ধৰাৰ বুকুত বৃষ্টিৰ টোপাল সিচি
গীত গাম নতুন দিনৰ ॥
বৃষ্টি মুখৰ এই আকাশ বুকুত
বিজুলী ৰেখাটি আঁকি
আকাশৰ বুকুতে নাচিম যেন
এন্ধাৰ ধৰাৰ বুকুত
বিজুলীৰ পোহৰ সিচি গীত গাম ন পোহৰৰ ॥



আছে যেন চিৰ জনমলৈ'
এই সেন্দুৰীয়া দিন
সেই সপোনতে তোমাৰ ছবি চাই
মৰমতে হম লীণ ।
প্ৰথম বসন্তৰ প্ৰভাতী ক্ষণত
হেঙুলী আভা হৈ থাকিবা কাষত
নিজম কোনত আশাৰ মিলন গীত
গাব পাৰো দুয়ো বৈ দুয়োৰে কাষত
স্মৃতিৰ কণিকা গলি জীৱন মুকুতা হৈ
বাটে বাটে ৰব তাৰ চিন ।



শিল্পী—কুল বৰুৱা, মীনু শইকীয়া কথা—শ্ৰীনাথ দাস

এই মৰম নদীৰ গাভৰু ঘাট
মোৰ যৌৱনৰ নাও চপা'লো তাত।
সচাঁনে—অ'
কোৱা'চোন—অ'
কিনো কম সোধা তোমা'ৰেই হিয়াক।

নৈ যায় বৈ যায় সাগৰলৈ' চাই চাই
মিলিবলৈ' ন আশাৰে মিলন পিয়াসী হৈ
ঢৌ চাই চাই চাই ভাল দেখো দেখো দেখো লাগি যায়।
পিচে সাগৰৰে, বিশালতা দেখি লাগে ভয়
নদী মিলি সাগৰ হয়
অ' অ' অ'—তথাপিও লাগে ভয়।

সাগৰৰো আছে যে সপোন কিয় কৰা ভয়
নিৰাশা—অ'
আঁতৰাই—অ'
মিলি যাম দুয়ো আশাৰ ৰঙীন ছাঁত॥

সোৱা ৰূপহী নিজৰা চোৱা জিৰি জিৰি
জিৰ জিৰ জিৰ জিৰ বয়
নদীও যে ৰূপৱতী আকোঁৱালী লয়
পোৱাৰ আশা আছে জেনে, আমাৰ দুটি হিয়াত
সৰুলোটি মিলে এদিন, চেনেহৰে মোহনাত॥



শিল্পী—দশৰথ দাস, সৰ্ব্বানী পুৰকায়স্থ  কথা—হেমন্ত দত্ত

আদৰে উতলা খেলৰ এয়েনে পাতনি
বুজিও সুবুজা ভাবৰ অদেখা আমণি ॥
মদাৰৰ ফুলে পালে থাপনাতে ঠাই
অভাগী চাকৈয়ে নাচে লগৰীয়া পাই ।
ভাবিছো উলাহতে নাচি এমুৰা শুৰীয়া সুৰ
নিয়ে যদি কাঢ়ি বিধাতাই ভাগৰিম জানো উচুপি ॥
কাতৰে মাগিলো প্ৰভু দিয়া পোহৰ থিলাই
দয়াৰে সাগৰে দিলে জোনাক চটিয়াই
ভাবিলো উলাহতে নাচি ৰূপালী জোনাকী বোৰ
নিয়ে যদি কাঢ়ি বিধাতাই ভাগৰিম জানো উচুপি ।

---

শিল্পী—মিনু শইকীয়া
হে বনমালী দয়াময় হৰি
প্ৰণতি জনালো মই
দেখা কিয় দিয়া নাই ॥
মুকুতিৰ আচলে মাটিছো কাতৰে
তুমিতো নিথৰে নাই
তুমি যে নাৰায়ন দুৰ্গতি বিনাশন
পোহৰ কিয় থাক নাই
দুখৰে এন্ধাৰত পৃথিবী ম্ৰিয়মান
তুমি জানো দেখা নাই ॥
জগতৰ দুখে মাতে দুখ হৰি
দুখৰ সীমা কিয় নাই!
দুখৰে শৰীৰৰ নাও ডুবু ডুবু
তুমি কিয় দিয়া নাই

---

শিল্পী—দশৰথ দাস, মীনু শইকীয়া
সন্ধ্যা মেনন, তৃষাৰাণী শইকীয়া

কথা—দশৰথ দাস

ৰং ৰঙে ৰাঙলী হ'ল
মন উৰণীয়া হ'ল
উৰি গ'ল নাচি নাচি
নাচি নাচি বাউলী হ'ল ॥

বাউলী হ'ল
অ' মুকলি আকাশ মুকলি বতাহ
মুকলি আমাৰ মন
ভাগৰো নাই জিৰণী নাই
জীৱন যুঁজৰে পণ
আছে জীৱন যুঁজৰে পণ ॥

আমাৰ দেহৰে ঘাম সৰি সৰি
শ্ৰমিকৰ বুকুতে জনম লভি লভি
ধৰণী ধুনীয়া হ'ল,
বাউলী হ'ল—বাউলী হ'ল ॥

লখিমী মৰহি গ'ল
জীৱনৰে জয় হ'ল
সুৰৰে নিজৰাৰে বৈ ।

গতি চঞ্চল মন উচ্ছল
ৰঙেৰে উতলা ধায়—এহয়া—
ৰং ৰঙে ৰাঙলী হ'ল



## সোণমইনা

পৰিচালনা—শিৱ ঠাকুৰ    সংগীত—বসন্ত মাণিক

শিল্পী—সমৰ হাজৰিকা    কথা—বসন্ত বৰদলৈ

আলফুলীয়া ৰাজকন্যা কৰে শুণা গথা
পতুলীতে ৰাজকোঁৱৰৰ দোলা হাতী ঘোড়া
ৰ'দালীয়ে পিন্ধালে তাইক নানা ৰঙৰ সাজ
জোনটিয়ে কপালতে সৌৱা কৰে লাজ
তৰাবোৰে চিকিমিকি পিন্ধাই অলঙ্কাৰ
সম্প্ৰাদানৰ বেলা দেউতা কোৱাচোন এবাৰ
সুখেৰে থাকিবি আই কামনা আমাৰ
পতিয়ে পৰম গুৰু জানিবি ইযাৰ ॥

আইৰ বিনে বৌৱে দিলে আইৰ মৰম খিনি
জানি নাজানি কৰো বহুতো আমেণি
বিদায় বেলাত কোৱা সান্ত্বনাৰে বাণী
অভাগিনী বৌৱেৰাক নেযাবা পাহৰি
কামচ্‌ৰাইৰ ৰঙা ঠোঁট
তাতে দিলে সেন্দুৰ কোট
দেহি ঐ দেউতা ঐ দুৰলৈ নিদিবা মোক ॥

আছু ধানৰ মাজে মাজে সৰল গছৰ মূঢ়া
পক্ষীৰাজত উঠে সৌৱা আমাৰ জোৱাই লখা
দুৱাৰ ভৰি উকলিবে বজাই দিলা সুৰ
ৰাজকন্যা উৰি গ'ল দূৰ বহু দূৰ
চকুমেলি আমাৰ পিনে এবাৰ মাথো চোৱা
পতুলীতে ৰাজকোঁৱৰৰ দোলা হাতী ঘোড়া ॥



শিল্পী—অৰুণ দাস, বসন্ত ববদলৈ  কথা—বসন্ত ববদলৈ

ঢোল পেঁপাঁ এৰিলি
কলা কৃষ্টি এৰিলি
নিজকে পাহৰি ঐ গ'লি,
তইঁতৰ ৰংৰূপ এৰি থৈ আছ ঐ
নাচ বিহু বিহু ঐ বুলি।

নাচ নাচ নাচ নাচ বিহুটি নাচ
নাচ নাচ নাচ নাচ সমনীয়া নাচ
ওভতি ঘূৰে ঐ সিইঁত বোৰে নাচিছে
কালৈনো কৰিছ লাজ! বোলো নাচ ॥

ভাতৌয়ে কথা কয় বোলো হয় হয় হয়
কাউৰীয়ে ম'ৰা হয় বোলো হয় হয় হয়
মাত পাহৰি গ'লে পাখি সৰি গ'লে
ভুচুং পছুৱে পায় লাজ! বোলো নাচ ॥

বাজিছে ড্ৰাম বাজিছে গীতাৰ
কংগো, বংগো আৰু ক'ত কি
চাপৰি চাপৰি নাজাৰি পাহৰি
অ' মোৰ মইনা ঢোল পেঁপা গগণা
মহুৰ শিঙৰ তুলনা
অ' সোণমইনা বিহুৰ মান গুৱনি নাই
বিহুৰ মান সুৱদি নাই।

এই কালে কোনে আছে চকুৱে চাও যাঁৰে
কিনো চাও যোজৰে চাল
হায় হায় কালে ঐ

কালৰে কাল বিপৰিত কাল ঐ
হৰিশাই চেলেকে বাৰ্ঘে গাল
তুল তুল বিলাহী কেচা পকা বিলাহী
গোটে গোটে গোটে গোটে গিলিবৰ মন
যি হৈ গ'ল হ'ল মইনা নাচ মইনা নাচ
ভয়ে ময়ে ভয়ে ময়ে একেখন বিলৰে মাছ ॥



শিল্পী—সমৰ হাজৰিকা কথা—এলি আহমেদ

যদি কাবোবাৰ চকুপানী
কাবোবাৰ হয় হাঁহি
সেই জীৱন মধুৰ জীৱন
সেউজী ছুবৰী নিমাত কিয় আজি
ই যে সফল মানৱী জীৱন ॥

বহুতৰ মৰমেৰে বহুতৰ আশীষেৰে
উটিছিলো সময়ৰ কোবাল সোঁতত
ৰঙীন আশাবোৰে হাঁহিছিল নাচিছিল
দেউকা কোবাই মোৰ হিয়া দেউলত
পিচে এয়া কি হৈ গ'ল
আশাবোৰ আশা হৈয়ে ব'ল ॥

এখনি নতুন ঘৰ এখনি সংসাৰ
এপাহি ফুল তুমি বহুতো আশাৰ
তোমাৰ সুখৰ বাবে দিলো বিসৰ্জন
নিজৰ বাবে নখলো অকণ
হাঁহি হাঁহি কান্দো আজীৱন ॥



শিল্পী— বিজুকুকন, শান্তা শর্মা কথা—হেমন্ত দত্ত

হাঁহি হাঁহি ঢাকি দিয়া
জীৱনৰ যত বেদনা
নাচি বাগি পাহৰো আহা
হিয়া ভৰা যাতনা ॥

পুৱা ফুলা সৌ কুসুম পাহি
মৰহিবযে নিশা সৰি
সৌৱা ফুলতে ঢকা আছে
সৰা ফুলৰে উচুপনি
তথাপি নাচে ফুলে হাঁহি হাঁহি ॥

নিতে খেলা এই জীৱন খেলা
কান্দিবানো কিয় তাতে হৰি
নতুন হাঁহিৰে খেলত নামি
বিজয়ৰে সুখ পাব পাৰি
হাঁহিৰে সতে থাকে চকুপানী



শিল্পী—নমিতা গোস্বামী কথা—বসন্ত বৰদলৈ

প্ৰভাতী পখীৰ গীত শুনিছো দূৰৈত
যাৰে ৰৰণীয়া ৰং সানিছে মনত

ফুলিছে কতনা ফুল হাঁহিৰে আকুল
নতুন দিনৰ সুৰ কি যে সুমধুৰ
আমাৰ নক সংসাৰ খনি থাকে যেন সুখেৰে
সুখৰ কণিকা তোমাৰ কৰুণাৰে
তুমি বিনে জগতৰ কোনো গতি নাই
যতে যতে ভৰা জীৱন সকল হৈয়ে যায়
বাজিছে মধুৰ বাঁহী সুৰ অনুৰত



শিল্পী সমৰ হাজৰিকা· শব্দ শৰ্মা কথা—বসন্ত বৰদলৈ

মই যেন এটি হ'লো পলাশৰে কলি
মন হিয়া পৰশিলে বিজুলীৰে হাঁহি
দেখি মোৰে চেনাই ঐ আহা কাষলৈ
মইনা দেহা জান ঐ চোৰা চকুলৈ।
ক'ম ক'ম এটি কথা কব পৰা নাই
লাজ লাজ যৌৱন দৈ ঐ নল'বা জোকাই

মোক নল'বা জোকাই ॥
আহা যদি তুমি কাষলৈ
যোৱা যদি তুমি দূৰলৈ
বেদনা আৰু গভীৰ হবলৈ
ক'ম ক'ম কথা······॥

তুমি নদী মই জুৰি জিৰি জিৰি গতি
ঢৌৱে ঢৌৱে গাথি দিলে মৰম এনাজৰী
আহা তেনে আমি এটি হৈ
মিলনৰে মিঠা সুবাস লৈ
ৰং ৰং সিচো দিঠকৰে ॥
ইমান দীঘল জীৱন পথত
কেনেকৈ বুজিম বাট
বাটৰ লগৰী তোমাৰ মৰমেৰে
আতৰাই প্ৰতিঘাত
খোজে খোজে আমি অতীতৰ
চকামকা পোহৰ এন্ধাৰৰ
মেলিম মহা মিলনৰে নাট।

## শকুন্তলা আৰু শংকৰ জোচেফ আলী

পৰিচালনা—নিপ বৰুৱা | সংগীত—ৰমেন বৰুৱা

শিল্পী—দ্বীপেন বৰুৱা, কবিতা বৰঠাকুৰ | কথা—কেশৱ মহন্ত

মই অ ছো
গছৰে আঁৰতে জুৰিৰে পাৰতে
চৰাইৰে কুকলি শুনি অ’ দেহিটি
বতাহে আঁচলত মোলৈ আনে যে বা ॥
দূৰ দূৰণিৰ আকাশৰে পৰা
ৰেলিৰ ৰেঙণি আহি
লুকাভাকু খেলে চা।

পাতৰ আঁৰে আঁৰে জুমাজুমি
নিজৰাৰ পাৰৰে চুমাচুমি
উমলি জামলি ভাগৰি জুগৰি চা
অ’ দেহিটি
সাজোন কাচোনে নাচোনত ভাঙিছে গা ॥

মই উকি মাৰো ইপাৰৰে পৰা
সিপাৰে সিপ্ৰাৰে কোনে
নেদেখো কাৰোচোন ছাঁ
সেহা থাকিলেহে ছাঁ পৰে
বুকুৰে উকি দিয়ে উমি মৰে
অমলি ৰমলি কিতাৰি কিতাৰি নাপাৱ দেহিটি
খেদি খেদি ভাই মাকো হাবাথুৰি খা ॥

শিল্পী—দ্বীপেন বৰুৱা, জয়ন্ত দাস,
বিজয় ভৰালী আৰু প্ৰণব বৰুৱা

আজি কি যে মুকলি
কি যে আনন্দ
উচ্‌পিচ্‌ উচ্‌পিচ্‌ মন নাচনি
পালে কিনো ছন্দ ।।

অ' ফুলকলি ক'ত আছিলি
মনে মনে লুকাই
জান জানো আমাৰ মনবোৰ
আছিল তেনেই শুকাই খীনাই
ক'ত আছিলি লুকাই,
সোণৰ বৰণ তই
জোনৰ বৰণ তই
চম্পাৰে হাঁহি
তই গোলাপৰে গন্ধ ।।

আজি সক কাইলৈ সক
পৰহিলৈ' ডাঙৰ হ'বি
আমাক জানো তেতিয়া তই
আমা বুলি ক'বি
আমাৰ গাড়ীত তই
আমাৰ ভাগিন হৈ
উঠিবি পলাই
আমাৰ জান কাম বন্ধ ।।

—০—

শিল্পী—দ্বীপেন বৰুৱা

যায় শকুন্তলা পতিগৃহে যায়
আজি ফুলশয্যা ল'লে বিদায়।
আদৰি সাদৰি কোনে
অভিনৱ সাজে কাছে সজায় পৰায় ॥

জীৱনৰ ঢৌ লাগি
বালিঘৰ যায় ভাগি সপোন হেৰায়
হেৰোৱা সপোন খেদি
ভাগৰি পৰিলি যদি সহাঁৰি নাপায়
সময়ৰ হাতে মুখলে' নাচায়
জীৱনৰ হাঁহি তোৰ কাঢ়ি লৈ যায় ॥

এনেকৈয়ে জীৱনৰ
একা বেকা বাটে পথে ছলনা মায়াৰ
এনেকৈয়ে মৰণৰ
আচঁহুৱা ঘাটে ঘাটে ছলনা ছায়াৰ
মধু মিলনৰ চাকিগছি হায়
কাল ধুমুহাই আহি দিয়ে মুমুৰাই ॥

—o—

শিল্পী—দ্বীপেন, জয়ন্ত, বিজয়, প্ৰণব

মহা মোহ পঙ্কত পৰিলো শঙ্কৰ
নিজ গুণে আহি তুমি উদ্ধাৰা বাবা হে ॥

চকু থাকি নেদেখিলো তোমাৰ আকাৰ
হৃদয়ত নধৰিলো স্বৰূপ তোমাৰ
মালা বুলি আঁকৰি ললো সি যে কালসাপ হে ॥

অজ্ঞান আন্ধাৰে গুৰু চাকি থবে বাট
অবাটে বুলিছো ৰবি চেতনা নাই গাত
জ্ঞান দিয়া গুৰু আজি গুচাওঁ মনৰ তাপ হে ॥

শিল্পী—দ্বীপেন, জয়ন্ত, বিজয়, প্ৰণব ।

তাৰেনাৰে তাৰেনাৰে তাৰেনাৰে তাৰে না না না না
ভনীয়ে বনায় খিচিৰি ভাই লগে ভাগে বহি খা ।।

কেই কেজি দাইলত চাউল কিমান লাগে
আলু পিয়াজ বোৰ থ ভাগে ভাগে
কেৰাচিন ষ্টোভ বাচন পানী
সা ৰে গা মা পা-পা-পা-পা-পানী পানী
ঠিক আছেনে নাই চা চা চা চা ।।

ঘিঁউ ভেজাল তেল ভেজাল
চাউলত শিল সোমাল
মিল যদি ভেজাল হ'ল
ভাই জানিবি দোষ্টি হেৰাল
হবেক মিলি এক হয় খিচিৰি
হবেকত এক হৈ যা যা যা যা ।।

—o—

শিল্পী—কবিতা বৰঠাকুৰ

অ' ঘুমটি আহ অ' আহ অ' ঘুমটি···
কছুৰাবে যুল যেন বা দি যা আলফুলীয়া ।।

কিনো লৰম্ কোমল মুখখনি
অ' সেহি মোৰ নয়নমণি
আমণি নাই সোণ ভাগকৰা ।।

ধুমুহা নাহিবি ভূম ভুমাই
নাগাজিবি মেঘ গুম্ গুমাই
সোণ মোৰ টোপনি যায়
সোণ মোৰ আলহুৰা ।।

## মেঘ

পৰিচালনা—অতুল বৰদলৈ　　　　সংগীত—জীতু+তপন

শিল্পী - মহেন্দ্ৰ কাপুৰ, অন্যান্য　　　　কথা—মুকুল হ্‌ক

সচ পুছো তো ইস দুনিয়া মে
প্যাৰ কো খোদা হম মানতে হ্যায়
ৰাম ৰহিম কে বন্দোকো হম
ভাই ভাই জানাত হ্যায়।

হম বালমা পঢ়ে তুম গাও ভজন
ও য়ো ভী চাহী ঔৰ ও ভী চাহী
তুম আল্লা কহো য়ে কহো ভগবান ।

দো দিন কি জিন্দগী মে
কিঁউ পৰতেহো পৰচানী মে
হজ কো জানে ৱালো সুনো
তীৰথ সে আনে ৱালে সুনো
দোনো কো মুৰাদে মিলতি হ্যায়
দোনো কো আশায়ে খিলতী হ্যায়
কাহেকী তমন্না কাশীকী লগন।

দিল সে দিল মিলা লো তুম
প্যাৰ কে ফুল খিলালো তুম
নফৰত কী দিৱাৰ সোৰ দো
মজহৱ সে মৰনা সোৰ দে
গীতা মে প্ৰীত সিখাই হ্যায়
কোৰাণ মে ৱাহ দে খাই হ্যায়
হ্যায় মানে কোৰাণ ঔৰ গীতা কা বচন ॥

শিল্পী—উষা মঙ্গেশকৰ　　　　　　　　　　　　　　কথা—মুকুল হক

অ' মধুমিতা অ' মধুমিতা
মই হ'ম ফুলময় বনলতা
শুনি যোৱা মনৰে কথা ।

কোমলী দেহা মোৰ সমাৰে কপাই
চেনেহৰ ভাবনাই মনযে নচুৱাই
তোমাৰে নাম কৈ ভোমোৰাই জোকায়
লাজতে মৰি যাও
ক'তেনে এৰি যাওঁ মনৰ সাচতীয়া বেথা ।।

পাহাৰী জুৰিটিৰ হিমচেচা পানী
দেহাটি তিয়ালো মনৰে পুৰণিত
সাচতীয়া যৌৱনৰ এমুৱা অগনি
কিসতে মোকেযি কৰিলা আহুদি
কিনো পিৰিতিৰে এঠা ।।



শিল্পী—তালাত মাহমুদ　　　　　　　　　　　　　　কথা—প্ৰদীপ শৰ্মা

নীৰৱ কাৰেং তোমাৰ হৃদয়ত
জ্বলি আছে প্ৰেম প্ৰদীপ হৈ
সেই প্ৰদীপৰ তুমিয়েই পোহৰ
চালিবা আলোক জীৱনলৈ ।

নদীৰ মাজত চাওনী তোমাৰ
উৰি উৰি আছে পখিলা হৈ
তুমিয়ে কুসুম তুমিয়ে পদুম
দিবা বেণু আজ তুপৰলৈ ।

আকাশ আকাশ মনটি তোমাৰ
সেইটি নীলিমাৰে নীলিমাময়
দূৰ নীলিমাকে সাৰটি হিয়াতে
ডুবাগৈ তুমি সাগৰ হৈ ॥

—o—

শিল্পী—মহেন্দ্ৰ কাপুৰ, অনুৰাধা কথা—মুকুল হুঁক

এই জীৱন মধুৰ জীৱন
জাগিছে আশা অফুৰন্ত
মিতালীৰ গীতালিৰে
মুখৰিত মনৰ দিগন্ত ॥

অলপ কাৰণৈ আহি
এটি মিঠা হাঁহিৰে
জীৱন কৰালা ধন্য,
প্ৰেমহীন এই পৃথিৱী
ব'লা যাও এৰি থৈ
আমাৰ পৃথিৱী জন্য
স্বপ্নত সেই গীত নেগালে
নহও আমি ক্ষান্ত।

জীৱনৰ আন এটি নাম
নাম বিহিনা গতি
গতিৰ কতনা ছন্দ,
চৌদিশে কতযে দেখো
অপৰূপ বন্য
ক'তযে সুমধুৰ গন্ধ
বনানীৰ পথে পথে নাই
যাত্ৰাৰ আজি অন্ত ॥

## ফাগুনী

পৰিচালনা—শিৱ ঠাকুৰ　　　　সংগীত+কথা—উপেন কাকতি

শিল্পী—নিৰ্মলা মিশ্ৰ, সাগৰিকা বৰুৱা,
জয়ন্ত হাজৰিকা. মহানন্দ মজিন্দাৰ বৰুৱা

অ' আজি বিহু বিহু কালি বিহু বিহু
নাহৰ ফুল ফুলিবৰ বতৰ
কেতেকী চৰাইয়ে কাটে সৰু সূতা
মকৰা কাঠৰে যঁতৰ।

ওলা নাজিতৰা ওলা সোণেতৰা
ওলাও ডেকাটি ৰঙৰে নিজৰা
কৰকাল ভাঙি ভাঙি নাচিবি ও আইজনী
গাওঁৰ বুঢ়া বেথাৰ জগৰ নধৰিবি
ৰচকি পখিলী নাচিবি
নীলাকৈ খামতে লিখিবি
পলুৱাই নিবৰ মন নাই
ৰাইজে নধৰে জগৰ।

নাজিতৰা পিৰিতিৰ কিনোগুণ
নাজিতৰা পিৰিতি কেচাসোণ
নাজিতৰা ঐ পিৰিতি যৌৱনৰ জুই
নাজিতৰা এনুৱা পিৰিতি
নাজিতৰা এৰিব লাগিলে
নাজিতৰা ঐ যৌৱনো নাথাকে বৈ।

নাজিতৰা ফুলশানী চিগতে
নাজিতৰা পিৰিতি শিকিলো

নাজিতৰা তোৰে ঐ বেজাৰত
নাজিতৰা মৰো ঐ বেজাৰত
নাজিতৰা ঐ টেঁতুতে কলহটি লৈ ।।
এ এবেলা দুবেলা এ নাজিতৰা
বেলা তিনিবেলা কিয় দেখা নিদিলা
যৌৱন ফুল ফুলিবৰ বতৰ ।
এ এডৰা দুডৰা এ নাজিতৰা
মাটি তিনিডৰা পিৰিতিৰে সকুৰা
আওপাকে মুঘূৰে থঁতৰ ।।

—০—

মইনা চৰাইটি
মাত মাত মাত মিঠা মাতটি
তোৰে লগৰীয়া আমি সমনীয়া
উমলি জামলি ফুৰো আজি দিনটি ।

মইনা চৰাইটি সেউজী বননীতে
বাগুলী পলাশতে কিনো মায়াৰ কথা পাতে
লৰৰি চাপলি পখিলা ধৰিম দিনটি ।।

অ' ফাগুন পোহৰালি আলসুৱা মনটি
'অ' জোৱাৰ থাওকতে কত লিখা ক্ষণটি
আকাশতে দিগন্ততে
হাঁলিছে জালিছে অৰবী সপোনটি
সেউজী সপোনটি
চাও চাও চাও তোৰে ৰূপটি
ব্যাবে বৰণীয়া ক'ত ৰহণীয়া
জিলিকিব পিহিৰি ফুৰো বনৰ পাতটি ।

—০—

আগলতি কলাপাত লৰে কি চৰে
চিলনী আই তোৰ আগতে পৰে।
ফাগুণী আই আইতো নাই
আগলি পাততে কাউৰী পৰে॥

নেখাবি নেখাবি অজাতি কাউৰী
কলিজাই আমণি কৰে
নেবান্ধ নেবান্ধ মুকলি চুলি
নিপিন্ধ নিপিন্ধ সোণৰ কাণফুলি।

বুকু তোৰ হুম হুম কিয়নো কৰে
মনে তোৰ অমঙ্গল কিয়নো ধৰে॥

বন্ধ সজাতে তোৰ আইবক মনতে পৰে
আই তোৰ আইবক মনতে পৰে
এধানি হিয়াতে তোৰ দুখেইয়ে উছলি পৰে
আই তোৰ দুখেই যি উছলি পৰে॥

—০—

বিচাৰিলো সোণৰ খনি কেতেকীৰে পাহি মৰমী
পিন্ধি ললো মায়াৰ মণি বিজুলীৰে হাঁহি মৰমী।

ঘন ক'লা চুলিতে মোৰ মেঘৰ ৰহণ সানিলো
মনটি ৰঙাই ওঁঠতে মোৰ জেতুকা ৰঙ বোলালো।
পিন্ধি ললো মায়াৰ মণি।

প্ৰকৃতিয়ে মাতৃ হে মোৰ জীৱন শৰাই তুলিলো
সৰি পৰা গীতৰ সুৰে সপোনটি সজাই ললো
বন্ধ ঘৰৰ দুৱাৰ ভাঙি লৰবি পলাও মৰমী
মুক্ত আকাশ দিগন্ততে সপোনটি সজাও মৰমী।
জেউতীয়া বনৰ মাজত জীৱনটি জুৱালো
কোমলীয়া পাতৰ মাৰাত সপোনটি লুকালো॥



শিল্পী—জয়ন্ত হাজৰিকা,

পিতাইটি ঐ ভাল কৰিলি
বাৰী খাৰি এজনী মোক গোটাই নিদিলি
শাওন মহীয়া দুপৰ বেলা
কোনে দিব ভোজন খেলা
পিতাইটি ঐ হেৰা বুলি মাতিবলৈ নাই।

আই ঐ দেহি কলৰ পুলি
কিহৰ মৰম লগাইছিলি
আজি কিয় পিৰিতি নাই
আইতা জেওচি মিঠাই
তোৰে লগত শুকাই ক্ষীণাই
মৰিবৰ সময় নাই
ফাগুনী বিলাতী দাপোণ
তোৰে লগত মিলাম জীৱন
কাউৰীয়ে শগুণে খায়।

কাউৰী শগুণে নেখায় তোক শাওনা
মৰিবি বৰ বিহ খায় ঐ গোবিন্দাই ৰাম
পাও যদি খাই যাম নেকান্দ ফাগুনা
কলিজা ধপে ধপাই য়ো গোবিন্দাই ৰাম
শাওপাত নিদিও তোক নকৰচোন আমনি
লেজেং ফুল মলে মলাই ঐ গোবিন্দাই ৰাম
তোমাৰেহে বেজাৰত আজানটি ফুলকত
ফুৰিমনে অনাই বনাই ঐ গোবিন্দাই ৰাম।
ঐ গোসাঁনো নাওবিলি নে?

গেলামো বুলিছু জটিয়া ঐ
মহুৰ লাঠি ঘোৰাৰ লেকাম
বাটত ধৰি তোক পলুৰাম
পিঠিত তুলি তোক চচুৰাম
নকৰা দেই নকৰা দেই
পলুৱাই তোক নিবৰে মন।

—o—

শিল্পী—জয়ন্ত হাজৰিকা
মৰ আঁউসীৰ ৰাতি ফেঁচাই কুকুলিয়াই
ঘৰ জেউতীৰ হাঁহি মুমাই মৰহি যায়
আল্লাক সাৰথি কৰাহে বান্ধ
দেহৰে ভৰসা নাই মোৰ আল্লা
জীৱৰে তৰনি নাই মোৰ আল্লা
দেহঁৰে ভৰসা নাই।

দুনীয়া এদিনৰ দুনীয়া দুদিনৰ
দুনীয়া ফুলনি বাৰী
দুণীয়া শৰীৰত জোৱাৰৰ তেজ নাই
সময় বোৰ নাহে যে ঘুৰি মোৰ আল্লা
জীৱৰে তৰনি নাই………।।

ধনৰে কাৰৰে জাতি বাঁহ এজুপি
সিও মোৰ সোদৰৰ ভাই
জীয়াই থাকো মানে কৰো কাঠি কামি
মৰিলে লগতে যায় মোৰ আল্লা
জীৱৰে তৰণি নাই।।

—o—

## ভাগ্য

পৰিচালনা—এ, সালম সংগীত—লক্ষীকান্ত প্যাৰেলাল
শিল্পী—ইলা বোস আৰু সঙ্গীবৃন্দ কথা—ভূপেন হাজৰিকা

সাত সমুদ্ৰ পাৰৰে
ধুনীয়াকৈ বজাবৰে
হাতী কি ঘোঁৰা আনা
ঘোৰা আনা নে নানা, পাপা লক্ষী আহানা ॥

তুমি পৰদেশলে যাবৰে পৰাই
যে গান ধোঁৱাই আবৰে
দিন দিবসো অন্ধকাৰ
সুৰ বিলোৱা কণ্ঠ নাই
জিলমিল চাৰনিৰ তৰাই
সপোনে বিচাৰে তোমাক
কঁপনি গুচোৱা দেৱ হে
কঁপনি গুচাই আহানা ॥ পাপ্পা.......... ॥

ভাব নহয় ইযে
কাগজ নহয় ই ভাগ্য লেখা
মা ভীষণ গায়িকা সাজি
কমকৈ গীত নাগায় আজি
খেল খেলাও যে টুটি যায়
লগৰ লগৰীও গুচি যায়
জেপ আমাৰ খালি হায়
আৰু এনেয়ে দেৱালী যায়
ঘপ ঘপ বোহ ঠেহ নেপাতো
জগত আহা পথ চাওঁ
আৰু কঁপে মন গগনা। পাপ্পা...... ।

—-—

শিল্পী—তৰুণ বেনাৰ্জী

খাদী কৰোৱাই লওঁক
অ' দিলৱালো মতৱালো
সবেই খাদী কৰোৱাই লওক
ধুনীয়া নহ'লে ৰাশচ্‌ পইচা
সেৱাটি লিখোৱাই লওঁক ।।

ময়ে বনোৱা তিলিকা দৰা
মবে খাইয়ে ভিৰে যেন ন ঘোৰা
ময়ে মেনেজাৰ দিলটো খোলা
নাম বিয়াৰ বজাৰৰ মোল্লা
হুকুম কা একা কাম হায় পাক্কা
টুকুৰা দিল জোৰোৱাই লওঁক ।।

জাপীযোড়, বোম্বাই, নাজিৰা, পুণা
কইনা বিনা জীৱন চুনা
'মওকা' সোণালী বৈ নাথাকে
চিত্ত, খালি বুক হৈ যে থাকে
খৰখেদাকৈ হে মুলুকাই
এক পাৰ্মিট বনোৱাই লওঁক ।

আৰে খৰাবী আধা খৰগে
আজি হ'ল ল'বা লড়কে'
বৈনী স্নিহিলো নাচোন জনা
লিষ্ট ভেৰী ফিট ভেল্টি চেনা
ম্যাৱ ডি ওশোৱালা কবক ইষাৰা
[illegible] জাল পোৱাই লওঁক ।।

শিল্পী—ইলা বোস

হাঁহিকে ভগাওঁ সম ভাগেৰে
তিল তিল বিষাদো লম ভাগেৰে
মিলিজুলি মিলি মধুৰতা লম
শুভদিন আদৰি আদৰি লম প্ৰাণেৰে।

যিয়ে পায়ো সুখী অকণি সুখ দিয়াহে
সৌ ঋষৰ হৈ বেচেৰা উভতি বিমুখী হৈছে
অকণি পোৱাবে অপবাদেৰে ॥

পিয়াহত আতুৰ হৈ ভোকতে কাতৰ হৈ
সৌৱা কান্দে কোনে বস্তি যাতনা সহি লৈ
অশ্ৰুৰ সেই ধাৰকো লম প্ৰাণেৰে ॥

—o—

নৱ নৱ বহাগ আহে সৰু ফুলে মিচিকি হাঁহে
মনে তোমাক ধিয়ায়,
নৱ নৱ মিলন নিশাৰ সৰু তৰা জকমকায়
মনে তোমাক ধিয়ায় ॥

স্বপ্ন হৈ ৰচনাত মেদিনীৰ হাঁহি বঢ়ালা
তুমিয়ে মোৰ আপোনবৰ সৰগৰ সুৰ সজালা
নৱ নৱ মোৰ ৰচনাকে শুনোতাই গুণ গুণায় ॥
ই যে ভাগ্য স্থু আৱাহনী শতবাৰ মানি লওঁ।
অভিজ্ঞতা উপচি পৰে জলধিত মানসৰো
লেখি লহৰ যে ধুনীয়া হিয়াযে কণতে নাচে ॥
মুমূর্ষ বিত্ত গানে কত নিৰবে উঁবায়
সেই দিন যে পাৰ হৈ যাব যি সময় নাহে ঘুনাই
দেহে মিলন বাসনা অপৰূপ ৰূপ লিয়ালে ॥

—o—

শিল্পী + পৰিচালন—শ্যামল মিত্ৰ কথা—ভূপেন হাজৰিকা

কোনে জানে তোমাৰ সপোন হবনে পূৰণ
আকাশতে থকা জনে লিখে কপালৰ লিখন ।।

কি ৰঙেৰে ছবি আঁকে কোনে সজায় জীৱন
আকাশতে থকা জনে লিখে কপালৰ লিখন ।।

জীৱন বীণাৰ আনন্দেৰে যদি খোজা বজাব
হাঁহি হাঁহি বিধিলিপি মানিলেই হব
দুখতো যেন হাঁহি থকা মচি তোমাৰ নয়ন
আকাশতে থকা জনে লিখে কপালৰ লিখন ।।

জীৱনৰে আন এটি নামা পদুম পাতৰ পানী
প্ৰভাতে যে নেজানে কাল সন্ধিয়াৰ আচনি
কোনে জানে কাহানি হয় উশাহৰ মৰন
আকাশতে থকা জনে লিখে কপালৰ লিখন ।।

—o—

মোৰ বুকুৰ জ্বালাত নয়ন উতলে
নাবিক হিয়াত সনা লহৰ নগলে ।

মেলা পাল সুৰেৰে অবাক নিমাত
হয় হিয়াৰো ভুল হেৰালে যে বাট
আজি কোনে কাকনো পঢ়ালে ই পাঠ
হায় অশ্ৰু পেলালা অকণ অকলে ।

ফুৰে ভুৱা বলাকা মেঘে কৰ খবৰ
যদি লুকুৱা মন শোভে কোন ঘৰ
উম সেমেকে সাঁতুৰি লাগে ভাগৰ
কান্দা বুকুৰ আশা অকণ অকলে ।।